।। শ্ৰী হৰিঃ ।।

2086▲

# শৰণাগতি

शरणागति ( असमिया )

गीताप्रेस गोरखपुर
GITA PRESS, GORAKHPUR [SINCE 1923]

স্বামী ৰামসুখদাস

।। শ্ৰী হৰিঃ ।।

# শৰণাগতি

शरणागति (असमिया)

সৰ্ব্বধৰ্মান্ পৰিতজ্য মামেকং শৰণং ব্ৰজঃ।
অহং ত্বা সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ।।

ত্বমেৱ মাতা চ পিতা ত্বমেৱ
ত্বমেৱ বন্ধুশ্চ সখা ত্বমেৱ।
ত্বমেৱ ৱিদ্যা দ্ৰৱিণং ত্বমেৱ
ত্বমেৱ সৰ্ব্বং মম দেৱদেৱ।।

স্বামী ৰামসুখদাস

।। শ্ৰী হৰিঃ ।।

# নম্ৰ নিবেদন

আমাৰ শ্ৰদ্ধেয় আৰু গীতাৰ প্ৰেমী ভাই-ভনীসকলৰ বাবে সুপৰিচিত স্বামী শ্ৰীৰামসুখদাসজী মহাৰাজে শ্ৰীমদ্‌ভগৱদ্‌গীতাৰ অষ্টাদশ অধ্যায়ৰ অতি সুন্দৰকৈ বিশ্লেষণ কৰিছে, যাক 'গীতাৰ সাৰ' নামৰ পুথি ৰূপত প্ৰকাশ কৰা হৈছে। গীতাৰ সাৰ ইয়াৰ অষ্টাদশ অধ্যায় আৰু অষ্টাদশ অধ্যায়ৰো সাৰ ইয়াৰ ৬৬ তম শ্লোক। এই শ্লোকত ভগৱানে সম্পূৰ্ণ ধৰ্মৰ ত্যাগ কৰি নিজৰ শৰণ ল'বলৈ আজ্ঞা দিলে, সেই আজ্ঞা অৰ্জুনে '**কৰিষ্যে ৱচনং তৱ**' বুলি কৈ স্বীকাৰ কৰিলে আৰু নিজৰ ক্ষত্ৰিয় ধৰ্ম অনুসাৰে যুদ্ধও কৰিলে। এইখিনিতে জিজ্ঞাসা হয় যে সম্পূৰ্ণ ধৰ্মৰ ত্যাগ কৰাৰ যি কথা ভগৱানে ক'লে, তাৰ তাৎপৰ্য কি ? এই জিজ্ঞাসাৰ পূৰ্তি এই শ্লোকৰ বিশ্লেষণ পঢ়িলে হয়।

দ্বিতীয়তে, যেতিয়া অৰ্জুনে '**শিষ্যস্তেঽহং শাধি মাং ত্বাং প্ৰপন্নম্**' (গীতা ২।৭) বুলি কৈ ভগৱানৰ শৰণীয়া হ'ল, তেতিয়া সেই শৰণাগতিত কিছু ন্যুনতা থাকি গ'ল। সেই ন্যুনতাৰ পুৰ্তি অষ্টাদশ অধ্যায়ৰ ৬৬ তম শ্লোকত হ'ল। সেই কাৰণে এই শ্লোকৰ বিবেচনত ভগৱৎ-শৰণাগতি আৰু শৰণাগত ভক্তৰ বিষয়ে বৰ বিশেষ কথাৰ উল্লেখ হৈছে।

উপৰোক্ত বিষয়ৰ প্ৰতি দৃষ্টি ৰাখি 'গীতাৰ সাৰ' পুথিত ৬৬ তম

শ্লোকৰ বিশ্লেষণ সাধকসকলৰ লাভাৰ্থে পৃথককৈ প্ৰকাশিত কৰা হৈছে। এই অনুসৰি সাধকে যদি নিজৰ জীৱন গঢ়ি তুলে তেন্তে তেওঁৰ কল্যাণ নিশ্চিত; কিয়নো শৰণাগতৰ কল্যাণৰ দায়ীত্ব ভগৱানে নিজেই লয়। গতিকে ভগৱানে এই শ্লোকত আশ্বাস দিছে যে 'মই তোমাক সমস্ত পাপৰ পৰা মুক্ত কৰি দিম, তুমি চিন্তা নকৰিবা'।

পাঠক সকলৰ প্ৰতি বিনম্ৰ নিবেদন যে এই পুথিক মন দি পঢ়ে যেন আৰু সেই অনুসৰি নিজৰ জীৱন গঢ়ে।

—প্ৰকাশক

~~○~~

।শ্ৰী হৰিঃ।।

# অনুবাদকৰ একাষাৰ

ভাৰতীয় মহাকাব্য মহাভাৰতৰ অষ্টাদশ পৰ্বৰ ভীষ্ম পৰ্বৰ ত্ৰয়োদশ অধ্যায়ৰ পৰা বিয়াল্লিশতম অধ্যায়লৈকে বিস্তৃত শ্ৰীমদ্‌ভগৱদ্‌গীতা এখনি পবিত্ৰ গ্ৰন্থ। সাতশ শ্লোকযুক্ত এই গীতা শাস্ত্ৰখনিও ওঠৰটি অধ্যায়ৰ। এই শ্ৰীমদ্‌ভগৱদ্‌গীতাৰ শেষ অধ্যায়ৰ ছয়ষষ্ঠি সংখ্যক শ্লোকৰ বহল ব্যাখ্যা সম্বলিত পৰম শ্ৰদ্ধেয় স্বামী ৰামসুখদাসজী মহাৰাজৰ **'শৰণাগতি'** নামৰ এখনি পুথি গীতাপ্ৰেছ, গোৰখপুৰৰ দ্বাৰা হিন্দীত প্ৰকাশিত হৈছে।

স্বামী ৰামসুখদাসজী মহাৰাজৰ **'গীতা-মাধুৰ্য'**, **'গীতা প্ৰবোধনী'** প্ৰমুখ্যে ভালেকেইখন গ্ৰন্থৰ অসমীয়া অনুবাদো গীতাপ্ৰেছে ইতিপূৰ্বে প্ৰকাশ কৰিছে। অসমৰ নৱবৈষ্ণৱ ধৰ্মালোন্দনৰ কৰ্ণধাৰ মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱ-মাধদেৱৰ দ্বাৰা প্ৰচাৰিত আৰু প্ৰৱৰ্তিত' **এক শৰণ হৰিনাম ধৰ্ম**'ৰ মূল বিষয় '**শৰণ**'ৰ সৈতে '**শৰণাগতি**'পুথিৰ বিষয়বস্তুৰ মিল আছে।

এক শৰণ হৰিনাম ধৰ্মৰ সেৱক হিচাপে '**শৰণাগতি**'পুথি খনিলৈ শ্ৰদ্ধা জন্মিল। অসমীয়া ভাষা-ভাষী লোকসকলেও এইপুথিখন পঢ়ি উপকৃত হওক বুলি ভাবি হুবহু বাক্যানুবাদ কৰা হৈছে। স্বামী ৰামসুখদাসজী মহাৰাজজীয়ে দিয়া নামটো (**শৰণাগতি**)ৰো পৰিবৰ্তন

কৰা নাই। ইয়াত আমাৰ নিজা বুলিবলৈ একো নাই। মাথোন ই অমাৰ বিনম্ৰ প্ৰয়াস হে। বাক্যানুবাদত হ'ব পৰা ভুল-ত্ৰুটিৰ বাবে পঢ়ুৱৈ সমাজৰ ওচৰত 'মহন্তসৱৰ ক্ষমা ধৰ্ম' বুলি প্ৰাৰ্থনা জনোৱা হ'ল।

আশাকৰোঁ আমাৰ এই প্ৰাৰ্থনাত সমূহ পঢ়ুৱৈসমাজ সন্তুষ্ট হ'ব। গ্ৰন্থখনি পঢ়ি, চৰ্চা কৰিলে আমিও কৃতাৰ্থ হ'ম, শ্ৰমো সাৰ্থক হ'ব।

অনুবাদক -

**শ্ৰী মোহিনী মোহন মহন্ত**

ওঁ

।।শ্রীপৰমাত্মনে নমঃ।।

# শৰণাগতি

**(শ্ৰীমদ্ভগৱদ্গীতাৰ অষ্টাদশ অধ্যায়ৰ
৬৬ সংখ্যক শ্লোকৰ বিস্তৃত বিশ্লেষণ)**

**ন ৱিদ্যা য়েষাং শ্ৰীৰ্ন শৰণমপীষন্ন চ গুণাঃ
পৰিত্যক্তা লোকৈৰপি ৱৃজিনয়ুক্তাঃ শ্ৰুতিজডাঃ।
শৰণ্যং য়ং তেঽপি প্ৰসৃতগুণমাশ্ৰিত্য সুজনা
ৱিমুক্তাস্তং ৱন্দে য়দুপতিমহং কৃষ্ণমমলম্।।**

'যাৰ কাষত বিদ্যা নাই, ধন নাই, নাই কোনো সহায় ; যাৰ কোনো গুণ নাই, বেদ-শাস্ত্ৰৰ জ্ঞান নাই, যাক সংসাৰৰ লোকে পাপী বুলি ভাবি ত্যাগ কৰিছে, এনে প্ৰাণীও যিজন শৰণাগতপালক প্ৰভুৰ শৰণ লৈ সন্ত হৈ যায় আৰু মুক্ত হৈ যায়, সেই বিশ্ববিখ্যাত গুণযুক্ত অমলাত্মা যদুনাথ শ্ৰীকৃষ্ণভগৱানক মই প্ৰণাম কৰিছো।'

শ্লোক-

**সৰ্ৱধৰ্মান্পৰিত্যজ্য মামেকং শৰণং ৱ্ৰজ।
অহং ত্বা সৰ্ৱপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ।।৬৬।।**

'সকলো ধৰ্মৰ আশ্ৰয় ত্যাগ কৰি একমাত্ৰ মোৰ শৰণ লোৱা। মই তোমাক সকলো পাপৰ পৰা মুক্ত কৰি দিম, শোক নকৰিবা।'

ব্যাখ্যা-

**'সৰ্ব্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ'**— ভগৱানে কৈছে যে সকলো ধৰ্মৰ আশ্ৰয়, ধৰ্মৰ নিৰ্ণয়ৰ বিচাৰ এৰি অৰ্থাৎ কি কৰিব লাগে আৰু কি কৰিব নেলাগে— সেয়া বাদ দি কেৱল একমাত্ৰ মোৰ শৰণ লোৱা।

স্বয়ং ভগৱানৰ শৰণীয়া হৈ যোৱা— এয়ে সম্পূৰ্ণ সাধনাৰ সাৰ। ইয়াত শৰণাগত ভক্তৰ নিজৰ বাবে কৰিবলৈ একোৱেই বাকী নেথাকে; যেনেকৈ— পতিব্ৰতা নাৰীৰ নিজৰ কোনো কাম নেথাকে। তেওঁ নিজৰ শৰীৰৰো পোহ-পালনৰ দায়িত্বও পতিৰ হৈ, পতিৰ বাবেই কৰে। তেওঁ ঘৰ, কুটুম্ব, বয়-বস্তু, পুত্ৰ-কন্যা আৰু নিজা বুলিবলৈ কোৱা শৰীৰটোকো নিজৰ বুলি নেভাবে, বৰং পতি দেৱতাৰ বুলিহে মানে। তাৎপৰ্য এয়ে হ'ল যে যি প্ৰকাৰে পতিব্ৰতাই পতি পৰায়ণ হৈ পতিৰ গোত্ৰতে নিজৰ গোত্ৰ মিলাই দিয়ে আৰু পতিৰহে ঘৰত থাকে, সেইদৰে শৰণাগত ভক্তইও শৰীৰ বিষয়ক গোত্ৰ, জাতি, নাম আদি ভগৱানৰ চৰণত সমৰ্পিত কৰি নিশ্চিন্ত, নিৰ্ভয়, নিঃশোক আৰু নিশংক হৈ যায়।

গীতাৰ মতে ইয়াত **'ধৰ্ম'** শব্দ কৰ্তব্য কৰ্মৰ বাচক। কাৰণ হ'ল যে এই অধ্যায়ৰে একচল্লিশতম শ্লোকৰ পৰা চৌৰাল্লিশতম শ্লোকলৈকে **'স্বভাৱজং কৰ্ম'** পদ দিছে, তাৰপিছত সাতচল্লিশতম শ্লোকৰ পূৰ্বাৰ্দ্ধত **'স্বধৰ্ম'** পদ দিছে। তাৰপিছত সাতচল্লিশতম শ্লোকৰেই উত্তৰাৰ্দ্ধত তথা (প্ৰকৰণৰ শেষত) আঠচল্লিশতম শ্লোকত **'কৰ্ম'** পদ দিছে। তাৎপৰ্য এয়ে যে আদি আৰু অন্তত **'কৰ্ম'** পদ দিছে আৰু মাজত **'স্বধৰ্ম'** পদ আছে গতিকে ইয়াৰ দ্বাৰা স্বতঃস্ফুটভাৱে **'ধৰ্ম'** শব্দ কৰ্তব্য কৰ্মৰ বাচক বুলি প্ৰমাণিত হয়।

এতিয়া ইয়াত প্ৰশ্ন হয় যে **'সৰ্ব্বধৰ্মান্‌পৰিত্যজ্য'** পদেৰে কি ধৰ্ম অৰ্থাৎ কৰ্তব্যকৰ্মৰ স্বৰূপৰ অৰ্থাৎ বাহ্যিকভাবে ত্যাগ কৰা বুলি মানি লোৱা উচিত নেকি? ইয়াৰ উত্তৰ এইয়ে হ'ল যে স্বৰূপৰে ধৰ্মৰ ত্যাগ কৰাটো গীতাৰ মতেও উচিত নহয় আৰু এই প্ৰসঙ্গ অনুসৰিও উচিত নহয়; কিয়নো ভগৱানৰ এই কথা শুনি অৰ্জুনে কৰ্তব্য-কৰ্মৰ ত্যাগ কৰা নাই, বৰং **'কৰিষ্যে ৱচনং তৱ'** (গীতা ১৮।৭৩) বুলি কৈ ভগৱানৰ আজ্ঞানুসাৰে কৰ্তব্য-কৰ্ম পালন কৰাটো স্বীকাৰ কৰিছে। কেৱল স্বীকাৰেই কৰা নাই বৰং নিজৰ ক্ষত্ৰিয়-ধৰ্ম অনুসাৰে যুদ্ধও কৰিছে। গতিকে উপৰোক্ত পদত ধৰ্ম অৰ্থাৎ কৰ্তব্য ত্যাগ কৰাৰ কথা নহয়। ভগৱানেও কৰ্তব্য ত্যাগৰ কথা কেনেকৈ ক'ব পাৰে? ভগৱানে এই অধ্যায়ৰ ষষ্ঠ শ্লোকত কৈছে যে যজ্ঞ, দান, তপ আৰু নিজ নিজ বৰ্ণ-আশ্ৰমৰ যি কৰ্তব্য, তাক কেতিয়াও ত্যাগ কৰিব নেলাগে। বৰং সেয়া নিশ্চয় কৰিবহে লাগে [১]।

---

[১] তৃতীয় অধ্যায়ততো ভগৱানে কৰ্তব্য-কৰ্মৰ ত্যাগ নকৰিবলৈ গোটেই প্ৰকৰণটোৱেই কৈছে— কৰ্ম ত্যাগ কৰিলেই নৈষ্কৰ্ম্যৰ প্ৰাপ্তি নহয় আৰু সিদ্ধি প্ৰাপ্তিও নহয় (৩।৪); কোনো মনুষ্যই কোনো অৱস্থাতে ক্ষণমাত্ৰও কৰ্ম নকৰাকৈ থাকিব নোৱাৰে (৩।৫); যি বাহ্যিকৰূপে কৰ্মত্যাগ কৰি ভিতৰি-ভিতৰি বিষয়-চিন্তন কৰে, সি মিছলীয়া (৩।৬); যি মন-ইন্দ্ৰিয়ক বশ কৰি, কৰ্ম কৰে, সেইজনেই শ্ৰেষ্ঠ (৩।৭); কৰ্ম নকৰাকৈ শৰীৰৰ নিৰ্বাহেই নহয়, সেইবাবে কৰ্ম কৰা উচিত (৩।৮); 'কৰ্মণা বধ্যতে জন্তুঃ'—এই বন্ধনৰ ভয়ত কৰ্ম ত্যাগ কৰা উচিত নহয়; কিয়নো কেৱল কৰ্তব্য পালনৰ বাবে কৰ্ম কৰাটো বন্ধনযুক্ত নহয়, বৰং কৰ্তব্য-কৰ্মৰ পৰম্পৰা সুৰক্ষিত ৰখাৰ বাহিৰে নিজৰ বাবে কোনো কৰ্ম কৰাটোহে বন্ধনকাৰক (৩।৯); ব্ৰহ্মাই কৰ্তব্যৰ সৈতে প্ৰজা সৃষ্টি কৰি কৈছে যে এই কৰ্তব্য-কৰ্মৰ পৰাই তোমালোকৰ বৃদ্ধি হ'ব আৰু এই কৰ্তব্য-কৰ্মই তোমালোকক কৰ্তব্যসামগ্ৰী প্ৰদানকাৰী হ'ব (৩।১০); মনুষ্য আৰু দেৱতা—দুয়োই কৰ্তব্য-পালন কৰি কল্যাণ প্ৰাপ্তি কৰিব

গীতাৰ সম্পূৰ্ণ অধ্যয়ন কৰিলে বুজা যায় যে মানুহে কোনো পৰিস্থিতিতে কৰ্তব্য-কৰ্ম ত্যাগ কৰিব নেলাগে। অৰ্জুনে দেখোন যুদ্ধৰূপী কৰ্তব্য-কৰ্ম এৰি ভিক্ষা কৰাকে শ্ৰেষ্ঠ বুলি বুজিছিল (২।৫), কিন্তু ভগৱানে তাক নিষেধ কৰিলে (২।৩১-৩৮)। ইয়াৰ দ্বাৰা এইটোৱেই প্ৰমাণিত হ'ল যে ইয়াত স্বৰূপৰে ধৰ্মৰ ত্যাগ নহয়।

এতিয়া এই বিষয়ে বিচাৰ কৰিব লাগে যে ইয়াত বৰ্ণিত সকলো ধৰ্ম ত্যাগৰ পৰা আমি কি বুজা উচিত? গীতাৰ মতে সকলো ধৰ্ম অৰ্থাৎ কৰ্মকে ভগৱানক অৰ্পণ কৰাহে সৰ্বশ্ৰেষ্ঠ ধৰ্ম। ইয়াৰে সকলো ধৰ্মৰ আশ্ৰয় ত্যাগ কৰা আৰু কেৱল ভগৱানৰ আশ্ৰয় লোৱা— দুয়োটা কথাই সিদ্ধ হৈ যায়। ধৰ্মৰ আশ্ৰয় লোৱাজনে বাৰে বাৰে জন্ম-মৰণ প্ৰাপ্ত হয় — **'এৱং ত্ৰয়ীধৰ্মমনুপ্ৰপন্না গতাগতং কামকামা লভন্তে'** (গীতা ৯।২১)। সেই বাবেই ধৰ্মৰ আশ্ৰয় ত্যাগ কৰি

---

(৩।১১); যি কৰ্তব্য-পালন নকৰাকৈ প্ৰাপ্ত সামগ্ৰীৰ উপভোগ কৰে সি চোৰ (৩।১২); কৰ্তব্য-পালন কৰি জীৱন নিৰ্বাহ কৰাজনে সমস্ত পাপৰ পৰা মুক্ত হৈ যায় আৰু যি কেৱল নিজৰ বাবেহে কৰ্ম কৰে সেই পাপীয়ে পাপকে ভক্ষণ কৰে (৩।১৩); কৰ্তব্য-পালনতে সৃষ্টি চক্ৰ ঘূৰিছে, কিন্তু যি সৃষ্টিত থাকি নিজৰ কৰ্তব্য-পালন নকৰে তেওঁৰ জীৱন ব্যৰ্থ (৩।১৬); আসক্তিৰহিত হৈ কৰ্তব্য-কৰ্ম কৰা মানুহৰ পৰমাত্মা প্ৰাপ্ত হৈ যায় (৩।১৯); জনকাদি জ্ঞানী সকলেও কৰ্তব্য-কৰ্ম কৰিহে সিদ্ধি লাভ কৰিছে, লোকসংগ্ৰহৰ দৃষ্টিৰেও কৰ্তব্য কৰা উচিত (৩।২০); ভগৱানে নিজৰ উদাহৰণ দি কৈছে যে যদি মই সাৱধান হৈ কৰ্তব্য-কৰ্ম নকৰোঁ তেতিয়া মই বৰ্ণসঙ্কৰত্বৰ উৎপাদক আৰু লোকনাশক হৈ যাম (৩।২৩-২৪); জ্ঞানী পুৰুষওে আসক্তিৰহিত হৈ আস্তিক অজ্ঞানীৰ দৰে নিজৰ কৰ্তব্য কৰা উচিত (৩।২৫); জ্ঞানীয়ে অজ্ঞানী সকলৰ মাজত বুদ্ধিভেদৰ উৎপতি নকৰাকৈ নিজেও ভালদৰে কৰ্তব্য-পালন কৰি তেওঁলোকৰ দ্বাৰাও তেনেদৰে কৰাব (৩।২৬)। এইদৰে তৃতীয় অধ্যায়ত ভগৱানে কৰ্তব্য-কৰ্ম পালন কৰাৰ ওপৰত যথেষ্ট গুৰুত্ব দিছে।

ভগৱানৰহে আশ্রয় লোৱাৰ পিছত নিজৰ ধর্মৰ নির্ণয় কৰাৰ প্রয়োজন নেথাকে। পৰবর্তি সময়ত অর্জুনৰ জীৱনত এনেহে হৈছিল।

অর্জুন কর্ণৰ মাজত যুদ্ধ চলি আছিল। ইতিমধ্যে কর্ণৰ ৰথৰ চকা মাটিত সোমাই গৈছিল। কর্ণ ৰথৰ পৰা নামি ৰথৰ চকা উঠাবলৈ উদ্যোগ কৰিবলৈ ধৰিলে, আৰু অর্জুনক ক'লে যে 'যেতিয়া লৈকে মই এই চকা উলিয়াই নলওঁ, তেতিয়ালৈকে তুমি ৰৈ থাকা ; কাৰণ তুমি ৰথত উঠি আছা আৰু মই ৰথহীন হৈ আন কামত ব্যস্ত। এনে সময়ত ৰথীয়ে তেওঁৰ ওপৰত বাণ নিক্ষেপ নকৰাহে উচিত। তুমি সহস্রার্জুনৰ দৰে অস্ত্র আৰু শাস্ত্রৰ বিষয়ে জানা আৰু ধর্মৰ বিষয়েও জানা, সেইবাবে মোৰ ওপৰত প্রহাৰ কৰা উচিত নহ'ব।' কর্ণৰ কথা শুনি অর্জুনে বাণ নিক্ষেপ নকৰিলে। তেতিয়া ভগৱানে কর্ণক ক'লে— 'তোমাৰ নিচিনা আততায়ীক যি কোনো প্রকাৰে বধ কৰাটো ধর্মহে, পাপ নহয়[১]; কিয়নো আততায়ীৰ ছয়টা লক্ষণ তোমাতে আছে[২] আৰু এইমাত্র তোমালোক ছয় মহাৰথীয়ে মিলি অকলশৰীয়া অভিমন্যুক বেৰিলৈ বধ কৰিছা। সেইবাবে ধর্মৰ দোহাই দি কোনো

---

১-আততায়িনমায়ান্তং হন্যাদেৱাবিচাৰয়ন্।।
নাততায়িৱধে দোযো হন্তুর্ভৱতি কশ্চন।

(মনুস্মৃতি ৮।৩৫০-৩৫১)

'নিজৰ অনিষ্ট কৰিবলৈ অহা আততায়ীক বিচাৰ নকৰাকৈয়ে মাৰি পেলাব লাগে। আততায়ীক মাৰিলে মাৰোতাৰ কোনো দোষ নেলাগে।'

২-অগ্নিদো গৰদশ্চৈৱ শস্ত্রপাণির্ধনাপহঃ।
ক্ষেত্রদাৰাপহর্তা চ ষডেতে হ্যাততায়িনঃ।।

(বসিষ্ঠস্মৃতি ৩।১৯)

'জুই দিওঁতা, বিহ দিওঁতা, হাতত অস্ত্রলৈ মাৰিবলৈ উদ্যত, ধন হৰণ কৰোঁতা, মাটি বেদখল কৰোঁতা আৰু স্ত্রী হৰণ কৰোঁতা— এই ছয়েই আততায়ী।'

লাভ নাই। এইটো সৌভাগ্যৰ কথা যে, এই সময়ত তোমাৰ ধৰ্মলৈ মনত পৰিল, কিন্তু যি নিজৰ ধৰ্মৰ পালন নকৰে, তেওঁৰ ধৰ্মৰ দোহাই দিয়াৰো কোনো অধিকাৰ নাই।' এই বুলি কৈ ভগৱানে অৰ্জুনক বাণ মাৰিবলৈ আদেশ দিয়াত অৰ্জুনে বাণ মাৰিবলৈ আৰম্ভ কৰিলে।

এইদৰে যদি অৰ্জুনে নিজৰ বুদ্ধিৰে ধৰ্মৰ নিৰ্ণয় কৰিলেহেতেন তেন্তে ভূল কৰিলেহেতেন; গতিকে তেওঁ ধৰ্ম নিৰ্ণয়ৰ দায়ীত্ব ভগৱানৰ ওপৰত ৰাখিল আৰু ভগৱানে ধৰ্মৰ নিৰ্ণয়ো কৰিলে।

অৰ্জুনৰ মনত সন্দেহ আছিল যে তেওঁলোকৰ বাবে যুদ্ধ কৰাটো শ্ৰেষ্ঠ নে নকৰাটো শ্ৰেষ্ঠ (২।৬)। যদি আমি যুদ্ধ কৰোঁ নিজৰ কুটুম নাশ হ'ব আৰু নিজৰ কুটুম নাশ কৰা ডাঙৰ পাপ— '**স এৱ পাপিষ্ঠতমো য়ঃ কুৰ্য়াৎ কুলনাশনম্**'। ইয়াৰ দ্বাৰা দেখোন অনৰ্থ পৰম্পৰাহে বৃদ্ধি হ'ব (২।৪০-৪৪)। আনফালে আমি দেখোঁ যে ক্ষত্ৰিয়ৰ বাবে যুদ্ধত কৈ ডাঙৰ শ্ৰেয় সাধন একো নাই। তেতিয়া ভগৱানে কয় যে কি কৰিব লাগে কি কৰিব নেলাগে, কোনটো ধৰ্ম আৰু কোনটো অধৰ্ম এই মেৰপাকত তুমি কিয় পৰিছা? তুমি ধৰ্মৰ নিৰ্ণয় ভাৰ মোৰ ওপৰত এৰি দিয়া। সেইটোৱেই '**সৰ্ব্বধৰ্মান্ পৰিত্যজ্য**'ৰ তাৎপৰ্য।

'**মামেকং শৰণং ব্ৰজ**'— এই পদত '**একম্**' শব্দ '**মাম্**' শব্দৰ বিশেষণ হ'ব নোৱাৰে, কিয়নো '**মাম্**' (ভগৱান) একহে অনেক নহয়। সেই বাবে '**একম্**' শব্দৰ অৰ্থ '**অনন্য**' লোৱা হে শুদ্ধ হ'ব। দ্বিতীয়তে, অৰ্জুনে— '**তদেকং বদ নিশ্চিত্য**' (৩।২) আৰু '**য়চ্ছ্ৰেয় এতয়োৰেকম্**' (৫।১) পদতো '**একম্**' পদৰে সাংখ্য আৰু কৰ্মযোগৰ বিষয়ে এক নিশ্চিত কল্যাণকাৰী সাধনৰ কথা সুধিছে। সেই '**একম্**' শব্দক লৈ ভগৱানে ইয়াত ইয়াকে কব খুজিছে যে সাংখ্যযোগ,

কৰ্মযোগ আদি ভগৱৎপ্ৰাপ্তিৰ যিমানবোৰ সাধন আছে সেই সকলো সাধনৰে মুখ্য সাধন অনন্য (একান্ত) শৰণহে।

গীতাত অৰ্জুনে নিজৰ কল্যাণ সাধনৰ বিষয়ক নানান ধৰণৰ প্ৰশ্ন কৰিছে আৰু ভগৱানে তাৰ উত্তৰো দিছে। এই সকলো সাধন হোৱা সত্ত্বেও গীতাৰ পূৰ্বাপৰলৈ চালে এইটো স্পষ্টকৈ দেখা যায় যে সকলো সাধনৰ সাৰ আৰু শিৰোমণি সাধন হ'ল ভগৱন্তৰ অনন্য (একান্ত) শৰণ হোৱাহে।

গীতাত ভগৱানে ঠায়ে ঠায়ে অনন্য ভক্তিৰ বহুত মহিমা গাইছে। যেনে, দুস্তৰ মায়াক সুগম ভাবে তৰি যোৱাৰ উপায় অনন্য শৰণাগতিহে[১] (৭।১৪); অনন্যভাবে আশ্ৰয় লোৱা জনৰ বাবে মই সুলভ[২] (৮।১৪); পৰমপুৰুষৰ প্ৰাপ্তি অনন্য ভক্তিৰেহে হয় (৮।২২); অনন্য ভক্তৰ যোগক্ষেম মই বহন কৰোঁ (৯।২২); অনন্য ভক্তিৰেই ভগৱানক জনা, দেখা তথা পাব পৰা যায় (১১।৫৪); অনন্য ভক্তক মই অতি শীঘ্ৰে উদ্ধাৰ কৰোঁ (১২।৬-৭); গুণাতীত হোৱাৰ উপায় অনন্য ভক্তিহে (১৪।২৬)। এইদৰে অনন্য ভক্তিৰ মহিমা গাই ভগৱানে ইয়াত সম্পূৰ্ণ গীতাৰ সাৰ কৈছে— **'মামেকং শৰণং ব্ৰজ'**। তাৎপৰ্য এয়ে যে উপায় আৰু উপেয়, সাধন আৰু সাধ্য মই হে।

**'মামেকং শৰণং ব্ৰজ'**ৰ তাৎপৰ্য মন বুদ্ধিৰ দ্বাৰা শৰণাগতিক স্বীকাৰ কৰা নহয়, বৰং নিজকে ভগৱানৰ শৰণলৈ লৈ যোৱাহে। কাৰণ, নিজেই শৰণ হ'লে মন, বুদ্ধি, ইন্দ্ৰিয়সমূহ, শৰীৰ অদিও তাৰ ভিতৰতে সোমাই আহে, বেলেগ নাথাকে।

**'অহং ত্বা সৰ্ৱপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ'**— ইয়াত

---

[১] এই শ্লোকত 'এৱ' শব্দ অনন্যতাৰ বাচক।

[২] এই শ্লোকত 'অনন্যচেতাঃ' শব্দ অনন্য আশ্ৰয়ৰ বাচক।

কোনোৱে এইটো বুজিব পাৰে যে প্ৰথম অধ্যায়ত অৰ্জুনে যি যুদ্ধত পাপ হোৱাৰ কথা কৈছিল, সেই পাপৰ পৰা মুক্তি দিবলৈ ভগৱানে প্ৰলোভন দিছে। কিন্তু এই মান্যতা যুক্তিসংগত নহয়; কিয়নো অৰ্জুন যেতিয়া সৰ্বথা ভগৱানৰ শৰণ হৈ গৈছে,তেন্তে তেওঁৰ পাপ কেনেকৈ থাকিব পাৰে[১] আৰু তাৰ বাবেনো প্ৰলোভন কেনেকৈ দিব পাৰে অৰ্থাৎ তাৰ বাবে প্ৰলোভন দি য়াৰ যুক্তিয়েই না থাকে। পাপৰ পৰা মুক্ত কৰিবলৈ প্ৰলোভন দিয়াটো শৰণাগত হোৱাৰ আগতেই দিলে হেতেন, শৰণাগত হোৱাৰ পাছত নহয়।

'মই তোমাক সকলো পাপৰ পৰা মুক্ত কৰি দিম'— ইয়াৰ ভাব এইটোহে যে যেতিয়া তুমি সকলো ধৰ্মৰ আশ্ৰয় এৰি মোৰ শৰণাগত হৈছা আৰু শৰণ লোৱাৰ পিছতো তোমাৰ ভাব, বৃত্তি, আচৰণ আদিত পাৰ্থক্য নহ'ল, অৰ্থাৎ তাত কোনো শুধৰণি নহ'ল; ভগৱৎপ্ৰেম, ভগৱদ্দৰ্শন আদি হোৱা নাই আৰু নিজৰ অযোগ্যতা, অনাধিকাৰিতা দুৰ্বলতাৰ অনুভৱ কৰিছা, তথাপি সেইবিলাকক লৈ তুমি চিন্তা বা ভয় নকৰিবা। কাৰণ, যেতিয়া তুমি মোৰ অনন্য শৰণীয়া হ'লা তেতিয়া সেই ন্যূনতা তোমাৰ ন্যূনতা কেনেকৈ থাকিব? তাক পৰিমাৰ্জন কৰাৰ দায়ীত্ব তোমাৰ কেনেকৈ থাকিল? সেই ন্যূনতা মোৰ ন্যূনতা। এতিয়া সেই ন্যূনতা দূৰ কৰাৰ, পৰিমাৰ্জন কৰাৰ দায়ীত্ব মোৰহে থাকিল। তোমাৰ তো মাথোন এটাহে কাম, সেই কাম হ'ল— নিশ্চিন্ত, নিঃশোক, নিৰ্ভয় আৰু নিঃশঙ্ক হৈ মোৰ চৰনত পৰি থকা।[২] তথাপিও যদি তোমাৰ চিন্তা, ভয়, আশংকা আদি দোষ থাকি যায় তেন্তে সেইবোৰ শৰণগতিত বাধক হৈ পৰিব আৰু সকলো দায়ীত্ব তোমাৰ

---

[১]সনমুখ হোই জীৱ মোহি জবহীঁ। জন্ম কোটি অঘ নাসহিঁ তবহী।।
(শ্ৰীৰামচৰিতমানস (৫।৪৪।১)

[২]কাহূ কে বল ভজন কৌ, কাহূ কে আচাৰ।
'ব্যাস' ভৰোসে কুঁৱৰি কে, সোৱত পাঁৱ পসাৰ।।

ওপৰতে পৰিব। শৰণাগত হৈয়ো নিজৰ ওপৰত ভাৰ লোৱা শৰণাগতিত কলঙ্ক।

যেনেকৈ ভগৱান ৰামৰ চৰণত শৰণাগত হোৱাৰ পিছত বিভীষণৰ দোষক ভগৱানে নিজৰ দোষ বুলিহে ধৰিলে। এসময়ত বিভীষণ সমুদ্ৰৰ এই পাৰলৈ আহিছিল। তাত বিপ্ৰঘোষ নামৰ গাওঁ এখনত তেওঁৰ দ্বাৰা অজ্ঞাতে এক ব্ৰহ্মহত্যা হৈ গ'ল। তেতিয়া তাৰ ব্ৰাহ্মণসকলে একলগ হৈ বিভীষণক খুব মাৰ-পিট কৰিলে কিন্তু তেওঁ নমৰিল। তাৰপিছত ব্ৰাহ্মণসকলে তেওঁক শিকলিৰে বান্ধি মাটিৰ ভিতৰত এটা গুহালৈ নি তাত বন্ধ কৰি দিলে। শ্ৰীৰামচন্দ্ৰই যেতিয়া বিভীষণৰ বন্দী হোৱাৰ খবৰ পালে, তেতিয়া তেওঁ পুষ্পক বিমানৰ দ্বাৰা তৎক্ষণাত বিপ্ৰঘোষ নামৰ গাঁৱত উপস্থিত হ'ল আৰু তাত বিভীষণৰ ঠিকনা বিচাৰি তেওঁৰ কাষলৈ গ'ল। ব্ৰাহ্মণসকলে শ্ৰীৰামচন্দ্ৰক বহুত আদৰ-সাদৰ কৰিলে আৰু ক'লে— 'মহাৰাজ ! এওঁ ব্ৰহ্মহত্যা কৰিলে। এওঁক আমি বহুত মাৰিলোঁ কিন্তু এওঁ নমৰিল'। ভগৱান শ্ৰীৰামচন্দ্ৰই ক'লে— 'হে ব্ৰাহ্মণগণ ! বিভীষণক মই কল্পপৰ্যন্ত আয়ুস আৰু ৰাজ্য দি থৈছোঁ, তেওঁক কেনেকৈ মাৰিব পাৰিবা আৰু তেওঁৰ মৰাৰ নো কি প্ৰয়োজন ? তেওঁ তো মোৰ ভক্ত। ভক্তৰ বাবে মই নিজেই মৰিবলৈ প্ৰস্তুত। দাসৰ অপৰাধৰ দায়ীত্ব বাস্তৱতে মালিকৰহে অৰ্থাৎ মালিকহে তাৰ বাবে দণ্ডৰ পাত্ৰ হয়। গতিকে বিভীষণৰ পৰিবৰ্তে আপোনালোকে মোকেই দণ্ড দিয়ক[১]। ভগৱানৰ

---

[১] ৱৰং মমৈৱ মৰণং মদ্ভক্তো হন্যতে কথম্।
ৰাজ্যমায়ুৰ্ময়া দত্তং তথৈৱ স ভৱিষ্যতি।।
ভৃত্যাপৰাধে সৰ্বত্ৰ স্বামিনো দণ্ড ইষ্যতে।
ৰামৱাক্যাং দ্বিজাঃ শ্ৰুত্বা বিস্ময়াদিদমব্ৰুৱন্।।
(পদ্মপুৰাণ, পাতালখণ্ড ১০৪।১৫০-১৫১)

এই শৰৰণাগতবৎসলতা দেখি সকলো ব্ৰাহ্মণ আচৰিত হ'ল আৰু তেওঁলোকেও ভগৱানৰ শৰণ ললে।

তাৎপৰ্য এয়ে হ'ল যে 'মই ভগৱানৰ আৰু ভগৱান মোৰ'— এই আপোনত্বৰ সমান যোগ্যতা, পাত্ৰতা, অধিকাৰিতা আদি একোৱেই নাই। এইটোৱেই সম্পূৰ্ণ সাধনৰ সাৰ। সৰু কেচুৱা এটাইও আপোনত্বৰ বলত মাজ নিশাতো ঘৰৰ সকলোকে নচুৱাব পাৰে অৰ্থাৎ যেতিয়া সি ৰাতি কান্দে, তেতিয়া ঘৰৰ সকলো উঠি যায় আৰু তাক নিচুকায়। সেই বাবে শৰণাগত ভক্তই নিজৰ যোগ্যতা আদিৰ ফালে নেচাই ভগৱানৰ লগত নিজৰ আপোনত্বৰ ফালেহে চোৱা উচিত।

**'মা শুচঃ'**ৰ তাৎপৰ্য হ'ল—

(১) মোৰ শৰণ লৈ তুমি চিন্তা কৰিছা, এয়া মোৰ প্ৰতি অপৰাধ হৈছে, তোমাৰ অভিমান আৰু শৰণাগতিত কলঙ্ক হৈছে।

মোৰ শৰণীয়া হৈও মোৰ ওপৰত সম্পূৰ্ণ বিশ্বাস, ভৰসা নৰখাটোৱেই মোৰ প্ৰতি অপৰাধ। নিজৰ দোষক লৈ চিন্তা কৰাটো বাস্তৱতে নিজৰ বলৰ অভিমান; কিয়নো দোষ দূৰ কৰাৰ ক্ষেত্ৰত নিজৰ সামৰ্থ্য থকাৰ বোধ হোৱাৰ বাবেই সেইবোৰক দূৰ কৰাৰ চিন্তা হয়। যদি দোষ দূৰ কৰাৰ চিন্তা নহৈ দুঃখ হয়, তেন্তে দুঃখ হোৱাটো ইমান দোষী নহয়। যেনেকৈ সৰু ল'ৰাৰ ওচৰলৈ কুকুৰ আহিলে সি কুকুৰ দেখি কান্দে, কিন্তু চিন্তা নকৰে। তেনেকৈ দোষ সহ্য নোহোৱাটো দোষ নহয়, বৰং চিন্তা কৰাটোহে দোষ। চিন্তা কৰাৰ অৰ্থ এইটোৱেই হয় যে নিজৰ অন্তৰত লুকাই থকা বলৰ আশ্ৰয় আছে[১] আৰু এয়েই তোমাৰ অভিমান। মোৰ ভক্ত হৈও যদি তুমি চিন্তা কৰিছা, তেন্তে তোমাৰ চিন্তা কেনেকৈ দূৰ হ'ব? মানুহে

[১]কৌৰৱৰ সভাত দ্ৰোপদীৰ বস্ত্ৰ হৰণ কৰোঁতে দ্ৰোপদীয়ে নিজৰ শাৰীখন হাতেৰে, দাঁতেৰে খামোচি আছিল আৰু ভগৱানকো মাতি আছিল।

দেখিলেও ইয়াকে ক'ব যে এওঁ ভগৱানৰ ভক্ত আৰু চিন্তা কৰিছে। ভগৱানে তেওঁৰ চিন্তা দূৰ নকৰে ! তুমি মোৰ বিশ্বাস নকৰি চিন্তা কৰিছা তেন্তে এয়া তোমাৰ বিশ্বাসত ন্যূনতা আৰু কলংক হৈছে মোৰ ওপৰত, মোৰ শৰণাগতিৰ ওপৰত। এইবোৰ তুমি এৰি দিয়া।

(২) তোমাৰ ভাব, বৃত্তি, আচৰণ শুদ্ধ নহ'লেও তালৈ তুমি চিন্তা নকৰিবা। এইবোৰৰ চিন্তা মই কৰিম।

(৩) দ্বিতীয় অধ্যায়ৰ সপ্তম শ্লোকত অৰ্জুন ভগৱানৰ শৰণীয়া হ'ল আৰু পুনৰ অষ্টম শ্লোকত কৈছে যে এই ভূমণ্ডলত ধন-ধান্যেৰে সম্পন্ন নিষ্কন্টক ৰাজ্য পালেও অথবা দেৱতাৰ আধিপত্য পালেও ইন্দ্ৰিয় সন্তপ্তকাৰী মোৰ শোক দূৰ হ'ব নোৱাৰে। যেন ভগৱানে কৈছে যে তুমি ঠিকেই কৈছা; কিয়নো ভৌতিক বিনাশশীল পদাৰ্থৰ সম্বন্ধত কাৰো শোক কেতিয়াও দূৰ নহয়, হ'ব নোৱাৰে আৰু হোৱাৰ সম্ভাৱনাও নাই। কিন্তু মোৰ শৰণ লোৱাৰ পিছতো তুমি যে শোক কৰিছা, সেইটো তোমাৰ বৰ ডাঙৰ ভুল। তুমি মোৰ শৰণ লৈও ভাৰ নিজৰ মূৰৰ ওপৰত লৈ আছা।

(৪) শৰণ লোৱাৰ পিছত ভক্তৰ লোক-পৰলোক, সদ্‌গতি-দুৰ্গতি আদি কোনো কথাৰে চিন্তা কৰিব নালাগে। এই প্ৰসঙ্গতে জনৈক ভক্তই কৈছে—

**দিৱি ৱা ভুৱি ৱা মমাস্তু ৱাসো নৰকে ৱা নৰকান্তক প্ৰকামম্।**
**অৱধীৰিত শাৰদাৰৱিন্দৌ চৰণৌ তে মৰণেঽপি চিন্তয়ামি।।**

---

নিজৰ বলৰ আশ্ৰয় লৈ ভগৱানক মাতোঁতে ভগৱানৰ আহোঁতে পলম হৈছিল। কিন্তু যেতিয়া দ্ৰোপদীয়ে নিজৰ উদ্যোগ সকলো ত্যাগ কৰি ভগৱানৰ ওপৰতে নিৰ্ভৰ হ'ল তেতিয়া দুঃশাসনে কাপোৰ টানি টানি ভাগৰি গ'ল আৰু কাপোৰৰ দ'ম বান্ধিলে, পিছে দ্ৰোপদীৰ গাৰ কোনো অংশ উদং নহ'ল।

'হে নৰকাসুৰক নিধন কৰোঁতা প্ৰভু! তুমি মোক লাগে স্বৰ্গতে ৰাখা বা ভূ-মণ্ডলতে ৰাখা আৰু লাগে তুমি যথেচ্ছা নৰকতে ৰাখা, অৰ্থাৎ তুমি য'তে ৰাখিব খোজা, তাতে ৰাখা। যি কৰিব বিচৰা তাকে কৰা। এই বিষয়ে মোৰ একো ক'ব ল'গা নাই। মই মাথোন এইটোকে বিচাৰোঁ যে মৃত্যুৰ নিচিনা ভয়ঙ্কৰ অৱস্থাতো শৰৎ ঋতুৰ কমলৰো শোভাকো নিন্দা কৰিব পৰা তোমাৰ অতি সুন্দৰ চৰণৰ চিন্তন কৰিব পাৰোঁ, তোমাৰ চৰণ যেন নেপাহৰোঁ।'

## বিশেষ কথা

শৰণাগত ভক্তই যেতিয়া 'মই ভগৱানৰ আৰু ভগৱান মোৰ' এই ভাৱক দৃঢ়তাৰে ধৰি থাকে, স্বীকাৰ কৰি লয়, তেতিয়া তেওঁৰ চিন্তা, ভয়, শোক, শংকা আদি দোষবোৰৰ শিপা কাটি যায় অৰ্থাৎ দোষৰ আধাৰেই কটা যায়। কাৰণ, ভক্তিৰ দৃষ্টিৰে সকলো দোষ ভগৱানৰ বিমুখতাৰ ওপৰতহে বৰ্তি থাকে।

ভগৱানৰ সন্মুখ হ'লেও সংসাৰ আৰু শৰীৰৰ আশ্ৰয়ৰ সংস্কাৰ থাকে, যি ভগৱানৰ সম্বন্ধৰ দৃঢ়তা হ'লে নোহোৱা হয়[১]। সেইবোৰ নোহোৱা হ'লে সকলো দোষো নোহোৱা হয়।

সম্বন্ধৰ দৃঢ়তা হোৱা নো কি? চিন্তা, ভয়, শোক, শংকা, পৰীক্ষা আৰু বিপৰীত ভাৱনা নোহোৱাই হ'ল সম্বন্ধৰ দৃঢ়তা হোৱা। এতিয়া এই বিষয়ে বিচাৰ কৰা হওক।

(১) **নিশ্চিন্ত হোৱা** — ভক্তই যেতিয়া নিজৰ বুলি মানি লোৱা বস্তুৰে সৈতে নিজে নিজক ভগৱানক সমৰ্পিত কৰি দিয়ে, তেতিয়া

---

[১]— ভগৱানৰ লগত সম্বন্ধৰ দৃঢ়তা হ'লে যেতিয়া সংসাৰ আৰু শৰীৰৰ সৰ্বথা আশ্ৰয় নেথাকে, তেতিয়া জীয়াই থকাৰ আশা, মৃত্যুৰ ভয়, কৰাৰ আসক্তি, আৰু পোৱাৰ লালসা— এই চাৰিওটা নেথাকে।

তেওঁৰ লৌকিক-পাৰলৌকিক কিঞ্চিৎমাত্রও চিন্তা নহয় অর্থাৎ এতিয়া জীৱন নির্বাহ কেনেকৈ হ'ব? ক'ত থাকিব লাগিব? মোৰ কি দশা হ'ব? মোৰ কি গতি হ'ব? আদি চিন্তা সমূলি নেথাকিব[১]।

ভগৱানত শৰণ ল'লে শৰণাগত ভক্তৰ মনত এই এটা কথা আহে যে— 'যদি মোৰ জীৱন প্ৰভুৰ যোগ্য সুন্দৰ আৰু শুদ্ধ নহয় তেতিয়া ভক্তসকলৰ অনুসাৰে মোৰ আচৰণত ক'ত আহিল? অর্থাৎ নাহিল; কিয়নো মোৰ বৃত্তি ঠিক নেথাকে।' বাস্তৱতে 'বৃত্তিবোৰ মোৰ' এই বুলি মানি লোৱাও দোষ, বৃত্তিবোৰ সিমান দোষী নহয়। মন, বুদ্ধি, ইন্দ্রিয়, শৰীৰ আদিত যি মোৰ-ভাব আছে — এইটোহে ভূল; কিয়নো মই যেতিয়া ভগৱানৰ শৰণীয়া হ'লো আৰু যেতিয়া সকলো বিলাক তেওঁকে সমর্পণ কৰি দিলোঁ, তেতিয়া মন, বুদ্ধি আদি মোৰ কেনেকৈ থাকিল? সেইবাবেই শৰণাগতে মন, বুদ্ধি আদিৰ অশুদ্ধিৰ চিন্তা কেতিয়াও কৰিব নেলাগে অর্থাৎ মোৰ বৃত্তিবোৰ ভাল নহয়— এনে ভাব কেতিয়াও আনিব নেলাগে। কোনো কাৰণবশতঃ আকস্মিক ভাবে যদি এনে বৃত্তি হয়ও তেতিয়া আর্ত-ভাৱেৰে 'হে মোৰ নাথ! হে মোৰ প্ৰভু! বচোৱা! বচোৱা!! বচোৱা!!!' এনেকৈ প্ৰভুক প্রার্থনা কৰা উচিত; কিয়নো তেওঁ মোৰ নিজ-স্বামী, যেতিয়া মোৰ প্ৰভু সর্বসমর্থ গতিকে এতিয়া মই কিয় চিন্তা কৰোঁ? আৰু ভগৱানেও দেখোন কৈছেই 'তুমি চিন্তা নকৰিবা' (মা শুচঃ)। সেই বাবেই মই নিশ্চিন্ত— এইবুলি কৈ মনেৰে ভগৱানৰ চৰণত পৰি নিশ্চিন্ত হৈ ভগৱানক কৈ দিয়া— 'হে নাথ! এই সকলো তোমাৰ হাতৰ হে কথা, তুমিহে জানা।'

সর্বসমর্থ প্ৰভুৰ শৰণো ল'লো আৰু চিন্তাও কৰোঁ— এই দুয়োটা

---

[১] চিন্তা দীনদয়ালকো, মো মন সদা আনন্দ।
জায়ো সো প্ৰতিপালসী, ৰামদাস গোবিন্দ।।

কথাই বৰ বিৰোধী; কিয়নো শৰণ লোৱা হ'ল যেতিয়া চিন্তা কিহৰ? আৰু চিন্তাই যদি হয় তেতিয়া শৰণীয়া ক'তনো হ'লো? সেইবাবেই শৰণাগতে এনেহে ভবা উচিত যে ভগৱানে যেতিয়া এইটো কৈছে যে মই সকলো পাপৰ পৰা মুক্ত কৰি দিম তেন্তে এনেকুৱা বৃত্তিৰ পৰা এৰাবলৈ মই কিবা কৰিব লাগিবনে? 'মই দেখোন একমাত্ৰ তোমাৰেই। হে ভগৱন্! মোৰ বৃত্তিবিলাকক নিজৰ বুলি ভবাৰ ভাব যেন কেতিয়াও নাহে। হে নাথ! শৰীৰ, ইন্দ্ৰিয়, প্ৰাণ, মন, বুদ্ধি—এইবিলাকক মোৰ বুলি কেতিয়াও যেন নেদেখো। পিছে হে নাথ! সকলো আপোনাক অৰ্পণ কৰাৰ পিছতো এই শৰীৰ আদি কেতিয়াবা কেতিয়াবা নিজৰ বুলি ভবা হয়; এতিয়া সেই অপৰাধৰ পৰা তুমি মোক উদ্ধাৰ কৰা—এই বুলি কৈ নিশ্চিন্ত হৈ যোৱা।

(২) **নিৰ্ভয় হোৱা**— আচৰণত ন্যূনতা থাকিলে ভিতৰি ভয় উৎপন্ন হয় আৰু সাঁপ, বিছা, বাঘ আদিৰ পৰা বাহিৰত ভয় উৎপন্ন হয়। শৰণীয়া ভকতৰ এই দুই প্ৰকাৰৰ ভয়েই নোহোৱা হয়। এয়াই নহয়, মহৰ্ষি পতঞ্জলিয়ে যি মৃত্যুৰ ভয়ক পঞ্চম ক্লেশ[১] বুলি মানিছে আৰু যি ডাঙৰ-ডাঙৰ পণ্ডিতৰো হয়[২], সেই ভয়ো সৰ্বতোপ্ৰকাৰে নোহোৱা হৈ যায়[৩]।

---

(১)— অৱিদ্যাস্মিতাৰাগদ্বেষাভিনিৱেশাঃ ক্লেশাঃ। (য়োগদৰ্শন ২।৩)

(২)— স্বৰসৱাহী ৱিদুষোঽপি তথাৰূঢ়োঽভিনিৱেশঃ। (যোগদৰ্শন ২।৯)

(৩)— তথা ন তে মাধৱ তাৱকাঃ ক্বচিদ্ ভ্ৰশ্যন্তি মাৰ্গত্ত্বয়ি বদ্ধসৌহৃদাঃ।।
ত্বয়াভিগুপ্তা ৱিচৰন্তি নিৰ্ভয়া ৱিনায়কানীকপমূৰ্ধসু প্ৰভো।।
(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ১০।২।৩৩)

'ভগৱন্! যি তোমাৰ ভক্ত, যাৰ তোমাৰ চৰণত নিজৰ সঁচাপ্ৰেম আছে, তেওঁ কেতিয়াও জ্ঞানাভিমানিৰ নিচিনাকৈ নিজৰ সাধনৰ পৰা নিপিছলে। প্ৰভু! তেওঁ ডাঙৰ ডাঙৰ বিঘিনী দিব পৰা সেনাৰ নায়কৰ শিৰত ভৰি দি থৈ নিৰ্ভয় বিচৰণ কৰে, কোনো বিঘিনীয়ে তেওঁৰ পথত বাধক হৈ নপৰে।'

এতিয়া মোৰ বৃত্তিবোৰ বেয়া হৈ যাব— এনে ভয়ৰ ভাবো সাধকে ভিতৰৰ পৰাই উলিয়াই দিব লাগে; কিয়নো 'মোৰ ওপৰত ভগৱানৰ পূৰ্ণ কৃপা হৈ গ'ল, এতিয়া মোৰ কোনো কথাতে ভয় নাই। এই বৃত্তিবিলাকক মোৰ বুলি মানি লোৱাৰ কাৰণেহে মই এইবিলাকক শুদ্ধ কৰিব নোৱাৰিলোঁ, কিয়নো এইবিলাকক মোৰ বুলি মানি লোৱাটোহে মলিনতা— **'মমতা মল জৰি জাই'** (শ্ৰীৰামচৰিতমানস ৭।১১৭ক)। সেয়েহে এতিয়া মই কেতিয়াও সেইবোৰ মোৰ বুলি নধৰোঁ। যিহেতু বৃত্তি মোৰ নহয়েই তেন্তে মোৰ নো কিহৰ ভয়? এতিয়া মাথোন ভগৱানৰ কৃপাই-কৃপা ! ভগৱানৰ কৃপাই সৰ্বত্ৰ পৰিপূৰ্ণ হৈ আছে, এইটো বৰ আনন্দৰ কথা'।

মানুহে এনে শংকা কৰে যে ভগৱানৰ শৰণীয়া হৈ তেওঁৰ ভজনা কৰিলে দেখোন দ্বৈত হৈ যাব অৰ্থাৎ ভগৱান আৰু ভক্ত— এই দুটা হৈ যাব আৰু দুটা হ'লে ভয় হ'ব— **'দ্বিতীয়াদ্বৈ ভয়ং ভৱতি'**। কিন্তু এই শংকা নিৰাধাৰ। ভয় দ্বিতীয়টোৰ পৰা তো হয় কিন্তু আত্মীয়ৰ পৰা ভয় নহয় অৰ্থাৎ ভয় আনৰ পৰা হয়, নিজৰ পৰা নহয়। প্ৰকৃতি আৰু প্ৰকৃতিৰ কাৰ্য শৰীৰ-সংসাৰ দ্বিতীয়, এই বাবেই এইবোৰৰ সৈতে সম্বন্ধ ৰাখিলেই ভয় হয়, কিয়নো ইয়াৰ লগত সদায় সম্বন্ধ থাকিবই নোৱাৰে। কাৰণ হ'ল যে প্ৰকৃতি আৰু পুৰুষৰ স্বভাৱ সৰ্বথা বেলেগ বেলেগ; যেনেকৈ এটা জড় আৰু আনটো চৈতন্য; এটা বিকাৰযুক্ত আৰু আনটো নিৰ্বিকাৰ, এটা পৰিবৰ্তনশীল আৰু আনটো অপৰিবৰ্তনশীল, এক প্ৰকাশ্য আৰু আনটো প্ৰকাশক ইত্যাদি।

ভগৱান দ্বিতীয় নহয়। তেওঁ আত্মীয় হে; কিয়নো জীৱ তেওঁৰ সনাতন অংশ, তেওঁৰ স্বৰূপ। এই বাবেই ভগৱানৰ শৰণ ল'লে তেওঁৰ পৰা ভয় কেনেকৈ হ'ব? বৰং তেওঁৰ শৰণ ল'লে মনুষ্য

চিৰকালৰ বাবে অভয় হৈ যায়। স্থুল দৃষ্টিৰে যদি দেখা যায় তেন্তে কেচুৱা মাকৰ পৰা দূৰত থাকিলে দেখোন ভয় হয়, কিন্তু মাকৰ কোলালৈ গ'লে তাৰ ভয় নেথাকে; কিয়নো মাক তাৰ আপোন। ভগৱান আৰু ভক্তৰ সম্বন্ধ তো ইয়াতকৈ বৈশিষ্ঠ্যপূৰ্ণ। কাৰণ কেচুৱা আৰু মাকৰ মাজত ভেদভাৱ দেখা যায়, কিন্তু ভক্ত আৰু ভগৱানৰ মাজত ভেদভাৱ সম্ভৱেই নহয়।

(৩) **নিঃশোক হোৱা**— যি বিষয় অতিবাহিত হৈ গৈছে, তাৰ বাবে শোক হয় (দুখ লাগে)। অতিবাহিত হৈ যোৱা বিষয়ৰ বাবে শোক কৰা বৰ ডাঙৰ ভূল; কিয়নো যি হ'ল সেইটো অৱশ্যম্ভাৱী আছিল আৰু যি নহ'বলগীয়া সেইটো কেতিয়াও হ'ব নোৱাৰে আৰু এতিয়া যি হৈ আছে, সেইটো ঠিকে-ঠিকে (বাস্তৱতে) হ'বলগীয়াহে হৈ আছে; গতিকে সেই বিষয়ে শোক কৰিব লগা কোনো কথা নাই[১]। প্ৰভুৰ এই মঙ্গলময় বিধানক জানি শৰণাগত ভক্ত সদায় নিঃশোক থাকে, শোক তেওঁৰ কাষলৈ কেতিয়াও নাহেই।

(৪) **নিঃশংক হোৱা**— ভগৱানৰ বিষয়ত কেতিয়াও এই সন্দেহ নকৰিবা যে মই ভগৱানৰ হ'লো নে হোৱা নাই? ভগৱানে মোক স্বীকাৰ কৰিছে নে নাই কৰা? বৰং এইটোহে চোৱা যে— 'মই অনাদিকালৰ পৰা ভগৱানৰ আছিলোঁ, ভগৱানৰে হওঁ আৰু আগলৈকেও সদায় ভগৱানৰ হৈয়ে থাকিম। মই হে নিজৰ মুৰ্খতাৰে নিজক ভগৱানৰ পৰা বেলেগ অৰ্থাৎ বিমুখ বুলি ধৰি লৈছিলোঁ। কিন্তু মই নিজকে ভগৱানৰ পৰা যিমানেই বেলেগ বুলি ভাবোঁ তথাপি

[১] ৰাম কীন্হ চাহহিঁ সোই হোঈ। কৰৈ অন্যথা অস নহিঁ কোঈ।।
(শ্ৰীৰামচৰিতমানস ১।১২৮।১)

হোইহি সোই জো ৰাম ৰচি ৰাখা। কো কৰি তৰ্ক বঢ়াৱৈ সাখা।।
(শ্ৰীৰামচৰিতমানস ১।৫২।৪)

তেওঁৰ পৰা বেলেগ হ'বই নোৱাৰোঁ আৰু হোৱাটোও সম্ভৱো নহয়। যদি মই ভগৱানৰ পৰা বেলেগ হ'ব খোজোঁ তথাপিও কেনেকৈ বেলেগ হ'ব পাৰোঁ? কিয়নো ভগৱানে কৈছে 'এই জীৱ মোৰহে অংশ— **'মম এৱ অংশঃ'** (গীতা ১৫।৭)। এইদৰে 'মই ভগৱানৰ আৰু ভগৱান মোৰ'— এই বাস্তৱিকতালৈ মনত পৰিলেই শংকা-সন্দেহ আঁতৰি যাব, শংকা সন্দেহৰ বাবে কিঞ্চিৎমাত্ৰও থল নেথাকে।

(৫) **পৰীক্ষা নকৰা**— ভগৱানৰ শৰণীয়া হৈ এনে পৰীক্ষা নকৰিবা যে 'যিহেতু মই ভগৱানৰ শৰণ ল'লো গতিকে এনে-এনে লক্ষণ মোৰ হ'ব লাগে। যদি এনেবোৰ লক্ষণ মোত নাই তেন্তে মই ক'ত ভগৱানৰ শৰণ হ'লো? বৰং **'অদ্বেষ্টা'** আদি (গীতা ১২।১৩-১৯) গুণবোৰৰ নিজত যদি ন্যুনতা দেখে তেতিয়া আশ্চৰ্যান্বিত হ'ব লাগে যে মোতনো এই ন্যুনতা কেনেকৈ থাকি গ'ল।[১] এনে ভাব আহিলেই এই ন্যুনতা নেথাকিব, ন্যুনতা নাইকিয়া হৈ যাব। কাৰণ এইটো তেওঁৰ প্ৰত্যক্ষ অনুভৱ যে পূৰ্বতে অদ্বেষ্টা আদি গুণ যিমান কম আছিল সিমান কম এতিয়া নাই। শৰণীয়া হোৱাৰ পাছত

---

[১]এইটো বুজি পাবলৈ এটা গাঁৱলীয়া কাহিনী আছে। এগৰাকী মাতৃৰ তিনিজন পুত্ৰ আছিল। দুজন ল'ৰা ডাঙৰ আছিল আৰু কাম-কাজো কৰিছিল। তৃতীয়জন ল'ৰা সহজ-সৰল আৰু হোজা আছিল। সিহঁতৰ মাকৰ মৃত্যু হ'ল। তেতিয়া ডাঙৰ দুটাই সৰু ভায়েকক ক'লে যে 'মাৰ অস্থি গঙ্গাত প্ৰৱাহিত কৰা কৰ্মটো তুমিয়েই কৰি আহাগৈ। সি বৰ ভাল কথা বুলি শলাগিল। সি মাকৰ অস্থি লৈ নিজৰ ঘৰৰ পৰা ওলাল। ঘৰৰ পৰা গঙ্গা ৩০০ ক্ৰোশ দূৰ আছিল। খোজ কাঢ়ি বাট বুলুতে সি ভাগৰি বাটত এজনক (কাৰোবাক) সুধিলে— ককাই! গঙ্গালৈ কিমান দূৰ? তেওঁ ক'লে— তুমি দেখোন ১৫০ ক্ৰোশ আহিলা, এতিয়া আৰু ১৫০ ক্ৰোশ আগতহে গঙ্গা আছে। সি ভাবিলে গঙ্গা কেতিয়াকৈ গৈ পাম আৰু কেতিয়াকৈ ঘূৰিম। এনেকৈ দুখী হৈ সি সেই অস্থিবিলাক হাবিত পেলাই দিলে আৰু গাৱঁৰ কাষৰে বৰযুণৰ মিঠা পানী পাত্ৰত ভৰাই ল'লে; কাৰণ গঙ্গালৈ গ'লে ঘূৰি আহোঁতে গঙ্গাজল লৈ আহে। তাৰপিছত সি

ভক্তৰ যিমানবোৰ লক্ষণ থাকিব লাগে, সেইবোৰ যত্ন নকৰাকৈয়ে আহি যায়।

(৬) **বিপৰীত ধাৰণা নকৰা**— ভগৱানৰ শৰণীয়া ভক্তৰ এনে বিপৰীত ধাৰণা কেনেকৈ হ'ব পাৰে যে 'মই ভগৱানৰ নহ'ওঁ' কিয়নো এইটো মই মানিলোৱা বা মানি নোলোৱাৰ ওপৰত নিৰ্ভৰ নকৰে। ভগৱান আৰু মোৰ পৰস্পৰ যি সম্বন্ধ আছে, সেয়া অটুট, অখণ্ড,

---

তাৰ পৰা উভতি আহিল আৰু নিজৰ গাওঁ পালেহি। ডাঙৰ ককায়েকে ভাবিলে যে যদি সি গঙ্গাৰ পৰা গৈ ঘূৰি আহিলহেতেন তেতিয়া ইমান সোনকালে ঘূৰি আহিব নোৱাৰিলেহেতেন, ই গঙ্গালৈ যোৱাই নাই। বৰ ককায়েকে তাক সুধিলে— তই গঙ্গালৈ গৈ আহিলি নেকি? সি ক'লে— হয়, গঙ্গালৈ গৈ আহিলো, গঙ্গানদীৰ পবিত্ৰ ব্ৰহ্মকুণ্ডত অস্থি বিসৰ্জন দি তাৰ পৰা এয়া গঙ্গাজলো আনিলোঁ। এইদৰে সি মিছাকৈয়ে ক'লে। ককায়েকহঁতে বুজি পালে যে সি সঁচা কথা কোৱা নাই, সেয়ে সিহঁত মনে মনে থাকিল।

পিছদিনা শোৱাৰ পৰা উঠি ককায়েক এজনে সৰু ভায়েকক ক'লে— হেৰ' ভাইটি তই সঁচা কথা ক'চোণ, সঁচাই তই পবিত্ৰ গঙ্গাৰ পৰা আহিলি আৰু পবিত্ৰ গঙ্গাতে অস্থি বিসৰ্জন কৰিলিনে? সি ক'লে— হয়, বাস্তৱতে গঙ্গালৈ গৈয়ে আহিলোঁ। বৰ ককায়েকে ক'লে— চা, ৰাতি সপোনত মই মাক দেখিছোঁ আৰু মায়ে মোক ক'লে যে ই'তো মোক পবিত্ৰ গঙ্গা নোপোৱালে গৈ, মাজতে পেলাই থৈয়ে আহিল। তেন্তে এতিয়া তয়ে ক'চোন মাৰ কথা সঁচা নে তোৰ কথা সঁচা? সৰু ভায়েকে ক'লে— মা এইফালে নো কিয় আহিল? সিফালে নো নগ'ল কিয়? অৰ্থাৎ ১৫০ ক্ৰোশ দেখোন মই পোৱাই দিলোঁ, এইফালে নাহি সেইফালেই যদি গ'লহেতেন তেন্তে পবিত্ৰ গঙ্গা পালেগৈ হেতেন।

এই কাহিনীৰ তাৎপৰ্য (সাৰাংশ) এইটোৱেই হ'ল যে ভগৱানৰ শৰণ লোৱাৰ পিছত এই কষটিত ঘঁহায়, পৰীক্ষা কৰে যে 'ভক্তৰ, সন্তৰ লক্ষণ মোৰ অহা নাই গতিকে মই ঈশ্বৰৰ শৰণীয়া হোৱা নাই'— এই ক্ষেত্ৰত মা উভতি কিয় আহিল, আগবাঢ়িনো কিয় নগ'ল, 'যদি মই ঈশ্বৰৰ শৰণ ল'লো তেন্তে সেই লক্ষণসমূহৰ ন্যূনতা কিয় থাকি গ'ল? মোত সেই লক্ষণবিলাক কিয় নাহিল? এনে মান্যতাৰেইতো তুমি শৰণীয়া হৈ যাবা আৰু পূৰ্ণতাও হৈ যাব। কিন্তু এই মান্যতা যদি কৰা যে 'এনেকুৱা লক্ষণ যদি মোৰ অহা নাই, তেন্তে মই শৰণীয়া হোৱা নাই, তেন্তে ঠগ খাব লগিব!

নিত্য, মই এই সম্বন্ধৰ ফালে মন কৰা নাই, এইটোৱেই মোৰ ভূল আছিল। এতিয়া সেই ভূল দূৰ হ'ল যেতিয়া বিপৰীত ধাৰণানো কেনেকৈ হ'ব পাৰে?

যি মানুহে সঁচা অন্তঃকৰণেৰে প্ৰভুৰ শৰণাগতি স্বীকাৰ কৰে, তেওঁৰ চিন্তা, ভয়, শোক আদি দোষ নেথাকে। তেওঁৰ শৰণীয়া-ভাব স্বতঃস্ফুৰ্তভাৱে এনেকৈ দৃঢ় হৈ যায়, যেনেকৈ বিয়া পতাৰ পাছতে কন্যাৰ পিতাৰ ঘৰৰ লগত সম্বন্ধ বিচ্ছেদ আৰু পতিৰ ঘৰৰ লগত সম্বন্ধ স্বাভাৱিকতে দৃঢ় হৈ যাবলৈ ধৰে। সেই সম্বন্ধ সিমানলৈকে দৃঢ় হৈ যায় যে সেই কন্যাটি আইতা, বুঢ়ী আইতা হৈ যায়, সপোনতো সেই ভাব নাহে যে মই এই ঘৰৰ নহ'ওঁ। তেওঁৰ মনত এই ভাবটো দৃঢ় হৈ যায় যে মই দেখোন ইয়াৰহে আৰু এই সকলোবোৰ দেখোন আমাৰহে। যেতিয়া তেওঁৰ ঘৰলৈ নাতিৰ বোৱাৰি আহে আৰু ঘৰত উদ্ভণ্ডালি কৰে, কাজিয়া (উশৃঙ্খলতাৰ) সৃষ্টি কৰে তেতিয়া তেওঁ (বুঢ়ী আয়ে) কয় যে এই পৰ ঘৰৰ ছোৱালীজনীয়ে আমাৰ ঘৰ বেয়া কৰিছে, পিছে সেই বুঢ়ী আইতাৰ মনলৈকে এইটো নাহে যে ময়ো দেখোন পৰৰ ঘৰৰহে আছিলোঁ (পৰৰ ঘৰত জন্ম লৈছিলো)। তাৎপৰ্য হ'ল যে যেতিয়া কৃত্ৰিম (গঢ়িলোৱা) সম্বন্ধতে ইমান দৃঢ়তা হ'ব পাৰে, তেন্তে ভগৱানৰেই অংশ এই প্ৰাণীৰ ভগৱানৰ লগত যি নিত্য সম্বন্ধ আছে, সেইটো যদি দৃঢ় হৈ যায় তাত আচৰিত হ'ব লগা কি থাকিব! বাস্তৱতে ভগৱানৰ সম্বন্ধৰ দৃঢ়তাৰ বাবে কেৱল সংসাৰৰ সৈতে মানিলোৱা সম্বন্ধৰ ত্যাগ কৰাৰহে প্ৰয়োজন।

সঁচা হৃদয়েৰে প্ৰভুৰ চৰণত শৰণ ল'লে সেই শৰণাগত ভক্তত যদি কিবা ভাৱ, আচৰণ আদিৰ কিঞ্চিৎ ন্যুনতা থাকি যায়, সময়ত বিপৰীত বৃত্তিৰ জন্ম হয় নাইবা কিবা পৰিস্থিতিত পৰি পৰাধীনতাত

কেতিয়াবা কিঞ্চিৎ কিবা দুষ্কৰ্ম হৈ যায় তেতিয়া তেওঁৰ হৃদয়ত জ্বলা-পোৰা হবলৈ ধৰিব। সেই কাৰণে তেওঁৰ বাবে অন্য কোনো প্ৰায়শ্চিত কৰিবৰ আৱশ্যকতা নহয়। ভগৱানে কৃপা কৰি তেওঁৰ সেই পাপ সমূলি নষ্ট কৰি দিয়ে[১]।

ভগৱানে ভক্তৰ আপোনত্বৰহে বিচাৰ কৰে, গুণ বা অৱগুণক নহয়[২]। অৰ্থাৎ ভগৱানে ভক্তৰ দোষ নেদেখেই, তেওঁতো কেৱল ভক্তৰ সৈতে যি আত্মীয়তা আছে সেইটোলৈহে চায়। কাৰণ স্বৰূপত ভক্ত সৰ্বদাৰ পৰা ভগৱানৰহে। দোষ আগন্তুক হোৱা বাবে অহা-যোৱা কৰি থাকে আৰু সি (স্বৰূপ) নিত্য নিৰন্তৰ যথাযথভাৱে থাকে। সেই বাবেই ভগৱানৰ দৃষ্টি এই বাস্তৱিকতাৰ ফালেই সদায় থাকে। যেনেকৈ বোকা আদিৰে লুতুৰি-পুতুৰি হৈ সৰু ল'ৰা যেতিয়া মাকৰ কাষলৈ আহে তেতিয়া মাকৰ দৃষ্টি কেৱল নিজৰ ল'ৰাটোৰ ফালেহে যায়, ল'ৰাটোৰ ময়লাবোৰৰ ফালে নেযায়। ল'ৰাটোৰ দৃষ্টিও ময়লাৰ ফালে নেযায়। মাকে ধুৱাই পখলাই চাফা কৰক বা নকৰক, কিন্তু ল'ৰাটোৰ দৃষ্টিততো বোকা নেথাকেই, তাৰ দৃষ্টিত কেৱল মাক হে থাকে। দ্ৰৌপদীৰ মনত কিমান দ্বেষ আৰু খং থূপ খাই আছিল যে দুঃশাসনৰ তেজেৰে নিজৰ চুলি ধোৱাৰ পিছতহে চুলি বান্ধিম! কিন্তু দ্ৰৌপদীয়ে যেতিয়াই ভগৱানক স্মৰণ কৰিছিল (মাতিছিল) ভগৱান

---

[১] স্বপাদমূলং ভজতঃ প্ৰিয়স্য ত্যক্তান্যভাৱস্য হৰিঃ পৰেশঃ।
ৱিকৰ্ম য়চ্চোৎপতিতং কথঞ্চিদ্ ধুনোতি সৰ্বং হৃদি সংনিৱিষ্টঃ।।
(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ১১।৫।৪২)

'যি প্ৰেমী ভক্তই ভগৱানৰ চৰণৰ অনন্যভাৱে ভজনা কৰে, তেওঁৰ দ্বাৰা যদি অকস্মাৎ কিবা পাপকৰ্ম হৈ যায় তেতিয়া তেওঁৰ হৃদয়ত বিৰাজমান পৰমপুৰুষ ভগৱান শ্ৰীহৰিয়ে সেইবিলাক সৰ্বথা নাশ কৰি দিয়ে।'

[২] ৰহতি ন প্ৰভু চিত চূক কিএ কী। কৰত সুৰতি সয় বাৰ হিএ কী।।
(শ্ৰীৰামচৰিতমানস ১।২৯।৩)

তৎক্ষণাত আহি উপস্থিত হৈছিল; কাৰণ ভগৱানৰ সৈতে দ্ৰৌপদীৰ গাঢ় আত্মীয়তা আছিল।

ভগৱানৰ সৈতে আত্মীয়তা হ'বলৈ দুটা ভাব থাকে— (১) ভগৱান মোৰ আৰু (২) মই ভগৱানৰ। এই দুয়োটাতে ভগৱানৰ সম্বন্ধ সমানৰীতিত থাকিলেও— 'ভগৱান মোৰ' এই ভাৱত ভগৱানৰ পৰা নিজৰ অনুকুলতাৰ ইচ্ছা থাকিব পাৰে যে ভগৱান যেতিয়া মোৰ তেন্তে মোৰ ইচ্ছা কিয় পূৰণ নকৰে? আৰু 'মই ভগৱানৰ'— এই ভাৱত ভগৱানৰ সৈতে নিজৰ অনুকুলতাৰ ইচ্ছা হ'ব নোৱাৰিব; কিয়নো মই যদি ভগৱানৰ হওঁ তেন্তে ভগৱানে মোৰ বাবে যি ভাল দেখে তাকে নিঃসংকোচে কৰক। সেই কাৰণে সাধকৰ বাবে প্ৰয়োজনীয় যে তেওঁ ভগৱানৰ ইচ্ছাতহে নিজৰ ইচ্ছা মিলাই দিয়ক; ভগৱানৰ ওপৰত কিঞ্চিৎমানো আধিপত্যও নেভাবে, বৰং নিজৰ ওপৰত তেওঁৰ পূৰ্ণ আধিপত্য স্বীকাৰ কৰে। কেতিয়াবা যদি ভগৱানে আমাৰ মনৰ মতে কৰে তেতিয়া তাত সংকোচ হ'ব লাগে যে মোৰ কাৰণে ভগৱানে এইটো কৰিব লগা হ'ল! যদি নিজৰ মনৰ কথা পূৰ্ণ হোৱাত সংকোচ নহয়, বৰং সন্তোষ হে হয় তেনেহ'লে এয়া তেওঁৰ শৰণাগতি নহয়। শৰণাগত ভক্তই শৰীৰ, ইন্দ্ৰিয়, মন, বুদ্ধিৰ প্ৰতিকুল পৰিস্থিতিতো ভগৱানৰ ইচ্ছা বুলি বুজি প্ৰসন্ন হৈয়ে থাকে।

শৰণাগত ভক্তৰ নিজৰ বাবে কেতিয়াও কিঞ্চিৎমাত্ৰও কিবা কৰিবলৈ শেষ নাথাকে; কিয়নো তেওঁ সমস্ত মমতা-আসক্তি থকা বস্তুৰ সহ নিজে নিজক ভগৱানক সমৰ্পিত কৰি দিলে, যি বাস্তৱতে প্ৰভুৰ হে আছিল। এতিয়া কৰিবলৈ কৰাবলৈ থকা সকলো কাম ভগৱানৰহে থাকিল। এনে অৱস্থাত তেওঁ কঠিনতকৈও কঠিন আৰু ভয়ঙ্কৰতকৈও ভয়ঙ্কৰ ঘটনা, পৰিস্থিতিত নিজৰ প্ৰতি প্ৰভুৰ মহান

কৃপা বুলি ধৰি সদায় প্ৰসন্ন থাকে, মতলীয়া হৈ থাকে। যেনেকৈ গৰুড়জীয়ে সোধোঁতে কাকভূশুণ্ডিজীয়ে নিজৰ পূৰ্বজন্মৰ ব্ৰাহ্মণ শৰীৰৰ কথা কৈছিল, য'ত লোমস ঋষিয়ে শাপ দি তেওঁক (ব্ৰাহ্মণক) পক্ষীৰ ভিতৰত নীচ চাণ্ডাল পক্ষী (কাউৰী) কৰি দিছিল, কিন্তু কাকভূশুণ্ডিজীৰ মনলৈ কোনো প্ৰকাৰৰ ভয় বা দীনতা অহা নাছিল। তেওঁ তাত ভগৱানৰ শুদ্ধ বিধান বুলিহে বুজিছিল। কেৱল বুজাই নহয় বৰং মনে মনে কৈ উঠিছিল— **'উৰ প্ৰেৰক ৰঘুৱংশ বিভূষণ'** (শ্ৰীৰামচৰিতমানস ৭।১১৩।১)। এনে ভয়ঙ্কৰ অভিশাপ পোৱা সত্ত্বেও যেতিয়া কাকভূশুণ্ডিজীৰ প্ৰসন্নতাত কোনো ন্যূনতা নাহি'ল, তেতিয়া লোমশ ঋষিয়ে তেওঁক ভগৱানৰ প্ৰিয় ভক্ত বুলি জানি নিজৰ কাষলৈ মাতিলে আৰু শিশু ৰামচন্দ্ৰৰ ধ্যান বুজাই দিলে। তাৰপিছত ভগৱানৰ কথা শুনালে আৰু অত্যন্ত প্ৰসন্ন হৈ কাকভূশুণ্ডিজীৰ শিৰত হাত থৈ আশীৰ্বাদ দিলে— 'মোৰ কৃপাত তোমাৰ হৃদয়ত অবাধ, অখণ্ড ৰাম-ভক্তি বিৰাজ কৰিব। তুমি ৰামচন্দ্ৰৰ প্ৰিয় হৈ যাবা। তুমি সৰ্বগুণৰ আকৰ হৈ যাবা। যি ৰূপৰে ইচ্ছা কৰা, সেই ৰূপ ধাৰণ কৰিব পাৰিবা। যি ঠাইত তুমি থাকিবা, তাত এক যোজন পৰ্য্যন্ত মায়াৰ কন্টক কিঞ্চিমাত্ৰও নাহিব' ইত্যাদি, ইত্যাদি। এনেকৈ বহুতো আশীৰ্বাদ দিয়াত আকাশবাণী হ'ল যে— 'হে ঋষি! তুমি যি কথা ক'লা সেই সকলো কথা সত্য হ'ব: এওঁ মন, বাণী, কৰ্মৰে মোৰ ভক্ত।' এই কথাকে লৈ ভগৱন্তৰ বিধানত সদায় প্ৰসন্ন থকা কাকভূশুণ্ডিজীয়ে ক'লে—

**ভগতি পচ্ছ হঠ কৰি ৰহেওঁ দীন্হি মহাৰিষি সাপ।**
**মুনি দুৰ্লভ বৰ পায়ওঁ দেখহু ভজন প্ৰতাপ।।**

(শ্ৰীৰামচৰিতমানস ৭।১১৪।খ)

ইয়াত **'ভজন প্ৰতাপ'** শব্দৰ অৰ্থ হ'ল— ভগৱানৰ বিধানত সকলো সময়তে প্ৰসন্ন থকা। বিপৰীতত কৈও বিপৰীত অৱস্থাতো প্ৰেমী-ভক্তৰ প্ৰসন্নতা অধিকতকৈও অধিক বাঢ়ি থাকে; কিয়নো প্ৰেমৰ স্বৰূপেই প্ৰতিক্ষণ বৰ্ধমান।

এইটো নিয়মেই যে যি বস্তু নিজৰ, সি সদায় নিজৰ প্ৰিয় হয়। ভগৱানে সকলো জীৱকে নিজৰ প্ৰিয় বুলি ভাবে— **'সব মম প্ৰিয় সব মম উপজাএ** (শ্ৰীৰামচৰিতমানস ৭।৮৬।২) আৰু সেই জীৱকো প্ৰভু স্বাভাৱিকতে প্ৰিয় হয়। আন এটা কথাও আছে যে এই জীৱই পৰিবৰ্তনশীল সংসাৰ আৰু শৰীৰক ভূলতে নিজৰ বুলি ভাবি নিজৰ প্ৰিয় প্ৰভুৰ বিমুখ হৈ যায়। এওঁৰ বিমুখ হোৱাততো ভগৱানে নিজৰ ফালৰ পৰা কোনো জীৱৰ ত্যাগ কৰা নাই আৰু কেতিয়াও ত্যাগ কৰিবও নোৱাৰে। কাৰণ, জীৱ সৰ্বদাৰ পৰা সাক্ষাৎ ভগৱানৰহে অংশ। সেইবাবে সকলো জীৱৰ সৈতে ভগৱানৰ আত্মীয়তা অক্ষুণ্ণ, অখণ্ডিত ৰূপত স্বাভাৱিকতে বৰ্তমান। সেই কাৰণে তেওঁ মাত্ৰ জীৱৰ ওপৰত কৃপা কৰিবৰ কাৰণে অৰ্থাৎ ভক্তৰ ৰক্ষা, দুষ্টৰ বিনাশ আৰু ধৰ্মৰ স্থাপনা— এই তিনিওটা কথাৰ কাৰণে সময়ে সময়ে অৱতাৰ গ্ৰহণ কৰে[১]। এই তিনিওটা কথাত ভগৱানৰ কেৱল আত্মীয়তাহে পৰিলক্ষিত হয়, নহ'লে ভক্তৰ ৰক্ষা, দুষ্টৰ বিনাশ আৰু ধৰ্মৰ স্থাপনাত ভগৱানৰ বাৰু কি প্ৰয়োজন সিদ্ধ হৈছে? অৰ্থাৎ কোনো প্ৰয়োজন সিদ্ধ নহয়। ভগৱানেতো এই তিনিও কাম কেৱল প্ৰাণীমাত্ৰৰ কল্যাণৰ বাবেহে কৰে। ইয়াৰ দ্বাৰা প্ৰাণীমাত্ৰৰ সৈতে ভগৱানৰ স্বাভাৱিক আত্মীয়তা, কৃপালুতা, প্ৰিয়তা, হিতৈষিতা, সুহৃতা আৰু নিৰপেক্ষ

[১] পৰিত্ৰাণায় সাধূনাং ৱিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি য়ুগে য়ুগে।।
(শ্ৰীমদ্ভগৱদ্গীতা ৪।৮)

উদাৰতাহে প্ৰমাণিত হয় আৰু এই প্ৰসঙ্গত এই দৃষ্টিৰে অৰ্জুনক কৈছে— **'মদ্ভক্তো ভৱ, মন্মনা ভৱ, মদ্যাজী ভৱ, মাং নমস্কুৰু'**। এই চাৰিটা কথাত ভগৱানৰ তাৎপৰ্য কেৱল জীৱক নিজৰ সন্মুখ কৰাতহে, যাতে সকলো জীৱ অসৎ পদাৰ্থৰ পৰা বিমুখ হৈ যায়; কিয়নো দুখ, সন্তাপ, বাৰে বাৰে জন্ম-মৃত্যু, সকলো বিপত্তি আদিত মুখ্য হেতু ভগৱানৰ পৰা বিমুখ হোৱাহে।

ভগৱানে যিয়ে বিধান কৰে, সেয়া সংসাৰমাত্ৰৰ সমস্ত প্ৰাণীৰ কল্যাণৰ কাৰণেহে কৰে— মাত্ৰ ভগৱানৰ এই কৃপাৰ ফালে প্ৰাণীৰ দৃষ্টি যদি হৈ যায়, তেন্তে তাৰ কাৰণে কৰিবলগীয়া একো বাকী নেথাকিব ? প্ৰাণীবিলাকৰ হিতৰ বাবে ভগৱানৰ হৃদয়ত এক আকুলতা আছে, সেই বাবেই ভগৱানে **'সৰ্বধৰ্মান্‌পৰিত্যজ্য মামেকং শৰণং ব্ৰজ'** ধৰণৰ অত্যন্ত গোপনীয় কথাও কৈ দিয়ে। কাৰণ, ভগৱানে জীৱমাত্ৰকে নিজৰ মিত্ৰ বুলি ভাবে— **'সুহৃদং সৰ্বভূতানাম্'** (গীতা৫।২৯) আৰু তেওঁলোকক এই স্বতন্ত্ৰতা দিয়ে যে তেওঁলোকে কৰ্মযোগ, জ্ঞানযোগ, ভক্তিযোগ আদি যিমানবোৰ সাধন আছে তাৰ পৰা যিকোনো সাধনৰ দ্বাৰা সুগমতাপূৰ্বক মোৰ প্ৰাপ্তি কৰিব পাৰিব আৰু দুখ, সন্তাপ আদিক চিৰদিনৰ বাবে সমূলি নষ্ট কৰি দিব পাৰিব।

বাস্তৱতে জীৱৰ উদ্ধাৰ কেৱল ভগৱৎকৃপাতহে হয়। কৰ্মযোগ, জ্ঞানযোগ, ভক্তিযোগ, অষ্টাঙ্গযোগ, লয়যোগ, হঠযোগ, ৰাজযোগ, মন্ত্ৰযোগ আদি যিমানবোৰ সাধন আছে,সেই সকলোবোৰকে ভগৱানৰ দ্বাৰা আৰু ভগৱৎতত্ত্ব জনা মহাপুৰুষৰ দ্বাৰাহে প্ৰত্যক্ষ কৰা হৈছে।[১]

---

[১] **হেতু ৰহিত জগ জুগ উপকাৰী। তুম্হ তুম্হাৰ সেৱক অসুৰাৰী।।**
(শ্ৰীৰামচৰিতমানস ৭।৪৭।৩)

সেই বাবে এইবিলাক সাধনত ভগৱৎকৃপাহে ওতপ্রোত। সাধনা কৰিবলৈতো সাধক নিমিত্ত মাত্ৰহে হয় কিন্তু সাধনৰ সিদ্ধিত ভগৱৎকৃপাহে মুখ্য।

শৰণীয়া ভক্তক এনেকুৱা চিন্তা কেতিয়াও কৰিব নেলাগে যে, এতিয়ালৈকে ভগৱানৰ দৰ্শন হোৱা নাই, ভগৱানৰ চৰণত প্রেম হোৱা নাই এতিয়ালৈকে বৃত্তিবোৰ শুদ্ধ হোৱা নাই আদি। এনে ধৰণৰ চিন্তা কৰা, ধৰিলোৱা বান্দৰৰ পোৱালিৰ দৰে হোৱা একে কথা। বান্দৰৰ পোৱালিয়ে নিজে বান্দৰীক সাবটি থাকে। বান্দৰীয়ে দৌৰে বা ধপিয়াই, যেনিয়েই যায়, পোৱালিটোয়ে নিজেই বান্দৰীক ধৰি থাকে।

ভক্তই নিজৰ সকলো চিন্তা ভগৱানৰ ওপৰতহে এৰি দিয়া উচিত অৰ্থাৎ ভগৱানে দৰ্শন দিয়কেই বা নিদিয়ক, প্ৰেম দিয়ক বা নিদিয়ক, বৃত্তি ভাল কৰক বা নকৰক, আমাক শুদ্ধ কৰক বা নকৰক— এই সকলোবোৰ ভগৱানৰ ইচ্ছাৰ ওপৰত এৰি দিব লাগে। তেওঁকতো মেকুৰীৰ পোৱালিৰ দৰেহে হোৱা উচিত। মেকুৰী পোৱালিটো নিজৰ মাকৰ ওপৰত নিৰ্ভৰ থাকে। মেকুৰীয়ে য'তেই নেৰাখক বা য'লৈকে নিনিয়ক, মেকুৰীয়ে যেতিয়া নিজ ইচ্ছামতে পোৱালিটোক ধৰি নিয়ে তেতিয়া সি ভৰি কোঁচাই লয়। এনেধৰণে শৰণীয়া ভক্তই সংসাৰৰ ফালৰ পৰা নিজৰ হাত-ভৰি কোঁচাই[১] কেৱল ভগৱানৰ চিন্তন, নাম-জপ আদি কৰি ভগৱানৰ ফালেহে চাই থাকে। ভগৱানৰ যি বিধান, তাতে পৰম প্ৰসন্ন থাকে, নিজৰ মনৰ একো কৰিব নিবিচাৰে।

যেনেকৈ কুমাৰে প্ৰথমে মাটি মূৰত তুলি লয়, তেতিয়া কুমাৰৰ

---

[১]ভক্তই যি কিবা কাম কৰে তাক ভগৱানৰহে বুলি বুজি ভগৱানৰ শক্তি বুলি ভাবি ভগৱানৰ বাবেহে কৰে, নিজৰ বাবে কিঞ্চিৎমাত্ৰও নকৰে— সেয়ে তেওঁৰ হাতভৰি কোঁচোৱা।

ইচ্ছা, পিছত সেই মাটি তিয়াই খচে সেয়া কুমাৰৰ ইচ্ছা, পিছত চাকত দি ঘূৰাইদিয়া সেয়াও তেওঁৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ। মাটিয়ে কেতিয়াও একো নকয়, যে তুমি ঘট সাজা, থালি সাজা, মঠিয়া সাজা। কুমাৰে যিহকে নগঢ়ে সেয়া তেওঁৰ ইচ্ছা। এনেকৈয়ে শৰণীয়া ভকতে নিজৰ মনত কোনো প্ৰকাৰৰ ইচ্ছা নাৰাখে। তেওঁ যিমান অধিক নিশ্চিন্ত আৰু নিৰ্ভয় হয় ভগৱৎকৃপাই তেওঁক সিমানেই নিজৰ অনুকুল কৰি লয় আৰু যিমানেই তেওঁ চিন্তা কৰে, নিজৰ শক্তিৰ কথা ভাবে, সিমানেই তেওঁ আহিবলগা ভগৱৎকৃপাত বাধা দিয়ে অৰ্থাৎ শৰণীয়া হোৱাৰ পিছত ভগৱানৰ ফালৰ পৰা যি বিশেষত্বপূৰ্ণ, বিচিত্ৰ, অখণ্ড, অটুট কৃপা আহে, নিজৰ চিন্তা কৰিলে সেই কৃপাত বাধা জন্মে।

যেনেকৈ মাছমৰীয়াই মাছ ধৰিবলৈ নদীত জাল পেলায়, তেতিয়া জালৰ ভিতৰলৈ অহা সকলো মাছ ধৰা পৰে; কিন্তু যি মাছ জালপেলাওঁতা মাছুৱৈৰ ভৰিৰ কাষলৈ আহি যায় সেইবোৰ ধৰা নপৰে। এইদৰেই ভগৱানৰ মায়া (সংসাৰ)-ত মমতা ৰাখি জীৱ আবদ্ধ হৈ যায় আৰু জন্ম-মৃত্যুৰ চক্ৰত ঘূৰি ফুৰে; কিন্তু যি জীৱ মায়াপতি (মায়াৰ স্বামী) ভগৱানৰ চৰণৰ শৰণীয়া হয়, তেওঁলোক মায়া তৰি যায়— **'মামেৱ য়ে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে'** (গীতা ৭।১৪)। এই দৃষ্টান্তৰ এটি মাথোন অংশ গ্ৰহণ কৰা উচিত, কিয়নো মাছুৱৈজনৰ তো মাছ ধৰাৰ ভাব থাকে, কিন্তু ভগৱানৰ জীৱক মায়াত আবদ্ধ কৰাৰ কিঞ্চিৎমাত্ৰও ভাব নাথাকে। ভগৱানৰ ভাবতো জীৱক মায়াজালৰ পৰা মুক্ত কৰি নিজৰ শৰণত লোৱাৰ থাকে, সেইকাৰণে তেওঁ কয়— **'মামেকং শৰণং ব্ৰজ'**। জীৱই সংযোগজন্য অৰ্থাৎ ইন্দ্ৰিয় আৰু তাৰ সম্পৰ্কিত বিষয়জনিত সুখৰ লোলুপতাত নিজেই

মায়াত আবদ্ধ হৈ যায়।

যেনেকৈ চলিথকা জাঁতখনৰ ভিতৰত আহি পৰা শস্যৰ সকলো দানা চুৰ্ণ হৈ যায়[১]; কিন্তু যাৰ আধাৰত জাঁতখন ঘূৰে, সেই খুটিটোৰ আসে-পাসে থকা দানাবোৰ যথাযথভাৱে গোটাকৈ থাকি যায়। এইদৰেই জন্ম-মৃত্যুৰূপী সংসাৰৰ জাঁতত পৰি থকা সকলো জীৱ চুৰ্ণহৈ যায় অৰ্থাৎ দুখ পায়; কিন্তু যাৰ আধাৰত সংসাৰ চক্ৰ ঘূৰি থাকে সেই ভগৱন্তৰ চৰণত আশ্ৰয় লোৱা জীৱ চুৰ্ণ হোৱাৰ পৰা বাচি যায় '**কোঈ হৰিজন ওবৰে, কীল মাকড়ী পাস**'। এই দৃষ্টান্তও সম্পূৰ্ণৰূপে প্ৰযোজ্য নহয়, কিয়নো দানাইতো স্বাভাৱিকতে খুটিটোৰ কাঠতে ৰৈ যায়, সি বাচি থাকিবলৈ কোনো চেষ্টা নকৰে। কিন্তু ভগৱন্তৰ ভক্তই সংসাৰৰ পৰা বিমুখ হৈ প্ৰভুৰ চৰণৰ আশ্ৰয় লয়। তাৎপৰ্য হ'ল যে যি ভগৱানৰ অংশ হৈও সংসাৰক নিজৰ বুলি ভাবে অথবা সংসাৰৰ পৰা কিবা বিচাৰে, সেইজনেই জন্ম-মৰণৰূপী চক্ৰত পৰি দুখ ভোগ কৰে।

সংসাৰ আৰু ভগৱান— এই দুয়োৰে সম্বন্ধ দুই ধৰণৰ হয়। সংসাৰৰ সম্বন্ধ কেৱল ধৰিলোৱা হয় আৰু ভগৱানৰ সম্বন্ধ বাস্তৱিক। সংসাৰৰ সম্বন্ধই মানুহক পৰাধীন কৰে। চাকৰ কৰে, কিন্তু ভগৱানৰ সম্বন্ধই মানুহক স্বাধীন, চিন্ময় আৰু ভগৱানৰো মালিক কৰে।

কোনো কাৰণবশতঃ নিজৰ ভিতৰত কিবা নিজস্ব বিশেষতা দেখা পায়, সেয়াই বাস্তৱিক পৰাধীনতা। যদি মানুহে বিদ্যা, বুদ্ধি, ধন-সম্পত্তি, ত্যাগ, বৈৰাগ্য আদি কিবা কথাকলৈ নিজৰ বিশেষতা বুলি ধৰে, তেতিয়া এয়া সেই বিদ্যা আদিৰ পৰাধীনতা, দাসত্বহে। যেনেকৈ,

---

[১]চলতী চক্কী দেখকৰ দিয়া কবীৰা ৰোয়।
দো পাটনমেঁ আয়কে, সাবুত বচা ন কোয়।

কোনোৱে যদি ধনকলৈ বিশেষতা মানি লয়, তেন্তে সেই বিশেষতা বাস্তৱতে ধনৰহে, নিজৰ নহয়। তেওঁ নিজক ধনৰ মালিক বুলি ভাবে কিন্তু বাস্তৱতে তেওঁ ধনৰ গোলামহে।

সংসাৰৰ এইটো নিয়ম যে সাংসাৰিক পদাৰ্থকলৈ যিজনে নিজৰ ভিতৰত কিবা বিশেষতা মানি লয়, তেওঁক এই সাংসাৰিক পদাৰ্থই তুচ্ছ কৰি দিয়ে, পদ-দলিত কৰি দিয়ে। কিন্তু যি ভগৱানৰ আশ্ৰিত হৈ সদায় ভগৱানৰ ওপৰতে নিৰ্ভৰ থাকে, তেওঁলোকে নিজৰ কোনো বিশেষতা নেদেখেই, বৰং ভগৱানৰ অলৌকিকতা, বিশিষ্টতা, বিচিত্ৰতাহে দেখা পায়। ভগৱানে লাগে তেওঁক নিজৰ মুকুটমণি কৰিয়েই লওক বা নিজৰ গৰাকী কৰি লওক, তথাপিও তেওঁ নিজৰ ভিতৰত কোনো প্ৰকাৰৰ বিশেষতা নেদেখে। প্ৰভুৰ এইটো নিয়ম যে যি ভক্তই নিজৰ ভিতৰত কোনো বিশেষতা দেখা নাপায়, নিজৰ কোনো প্ৰকাৰৰ অভিমান নেথাকে, সেইজন ভক্তত ভগৱানৰ বৈশিষ্ট্য প্ৰকাশ পায়। কোনো-কোনো লোকৰ ইমান পৰ্য্যন্ত বিশেষত্ব আহি যায় যে তেওঁৰ শৰীৰ, ইন্দ্ৰিয়, মন, বুদ্ধি আদি প্ৰাকৃত পদাৰ্থও চিন্ময় হৈ পৰে। তেওঁৰ জড়তাৰ অত্যন্ত অভাৱ হৈ যায়। এনেকুৱা ভগৱানৰ প্ৰেমীভক্তই ভগৱানতে লীন হৈ যায়, শেষত তেওঁৰ শৰীৰো পোৱা নগ'ল। যেনেকৈ, ভক্তিমতি মীৰা সশৰীৰে ভগৱানৰ শ্ৰীবিগ্ৰহতে লীন হৈ গৈছিল। কেৱল চিনিপাবৰ বাবে তেওঁৰ শাড়ী কাপোৰৰ সৰু টুকুৰা এটি শ্ৰীবিগ্ৰহৰ মুখত বৈ গৈছিল, আন একো নেথাকিল। এনেকৈ সন্ত তুকাৰামো সশৰীৰে বৈকুণ্ঠ লৈ গৈছিলগৈ।

জ্ঞানমাৰ্গত শৰীৰ চিন্ময় নহয়, কিয়নো জ্ঞানীয়ে অসতৰ সৈতে সম্বন্ধ বিচ্ছেদ কৰি, অসতৰ পৰা বেলেগ হৈ নিজে চিন্ময় তত্ত্বত স্থিত হৈ যায়। কিন্তু যেতিয়া ভক্ত ভগৱানৰ সন্মুখ হয়, তেতিয়া

তেওঁৰ শৰীৰ, ইন্দ্ৰিয়, মন, প্ৰাণ আদি সকলো ভগৱানৰ সন্মুখ হৈ পৰে। তাৎপৰ্য হ'ল যে যাৰ দৃষ্টি কেৱল চিন্ময় তত্ত্বৰ ওপৰত থাকে অৰ্থাৎ যাৰ দৃষ্টিত চিন্ময় তত্ত্বৰ পৰা ভিন্ন জড়তাৰ স্বতন্ত্ৰ সত্তাই নেথাকে, তেতিয়া সেই চিন্ময়তা তেওঁৰ শৰীৰ আদিতো প্ৰকাশ পায় আৰু সেই শৰীৰ আদি চিন্ময় হৈ পৰে। মানুহৰ দৃষ্টিত তেওঁৰ শৰীৰত জড়তা দেখা যায়, কিন্তু বাস্তৱতে তেওঁলোকৰ শৰীৰ চিন্ময়হে হয়।

ভগৱানত সৰ্বথাই শৰণ হ'লে শৰণাগতিৰ বাবে ভগৱানৰ কৃপা বিশেষভাৱে প্ৰকট হয়েই, পিছে মাত্ৰ সংসাৰৰ স্নেহপূৰ্বক পালন কৰোঁতা আৰু ভগৱানৰ পৰা অভিন্ন থকা বাৎসল্যময়ী মাতৃ লক্ষ্মীৰ প্ৰভু-শৰণাগতৰ প্ৰতি কিমান অধিক স্নেহ হয়, তেওঁ কিমান অধিক মৰম কৰে, ইয়াৰ কোনেও বৰ্ণনা দিব নোৱাৰে। লৌকিক ব্যৱহাৰতো দেখা যায় যে পতিব্ৰতা স্ত্ৰীৰ পিতৃভক্ত পুত্ৰলৈ বহুত মৰম হয়।

দ্বিতীয় কথা, প্ৰেমভাৱেৰে পৰিপূৰিত প্ৰভুৱে যেতিয়া নিজৰ ভক্তক চাবৰ বাবে গৰুড়ৰ পিঠিত উঠি উপস্থিত হয়, তেতিয়া মাতৃ লক্ষ্মীয়ো প্ৰভুৰ লগত গৰুড়ত বহি আহে, যি গৰুড়ৰ পাখীৰে সামবেদৰ মন্ত্ৰৰ গান হৈ থাকে! কিন্তু কোনোবাই যদি ভগৱানক নিবিচাৰি কেৱল মাতৃ লক্ষ্মীদেৱীকহে বিচাৰে তেতিয়া তেওঁৰ স্নেহৰ বাবে মাতৃ লক্ষ্মী আহিও যায়, কিন্তু তেওঁৰ বাহন দিবান্ধ ফেঁচাহে হয়। এনে বাহনযুক্ত লক্ষ্মীক লাভ কৰি মানুহো মদান্ধ হৈ পৰে। কোনোবাই যদি সেই মাক কোনো ভোগ্যা বুলি ধৰি লয়, তেতিয়া তেওঁৰ মহান পতন হৈ যায়, কিয়নো তেওঁতো নিজৰ মাককে কু-দৃষ্টিৰে চাইছে, সেয়েহে তেওঁ মহান অধম।

তৃতীয়তে, য'ত কেৱল ভগৱানৰ প্ৰতি প্ৰেম থাকে, তাত দেখোন ভগৱন্তৰ পৰা অভিন্ন থকা লক্ষ্মী ভগৱানৰ লগত আহেই, কিন্তু য'ত

কেৱল লক্ষ্মীদেৱীৰে লালসা থাকে, তাৰ্লে লক্ষ্মীৰ লগত ভগৱানো আহিবই— এনে নিয়ম নাই।

শৰণাগতিৰ বিষয়ত এটা কথা আছে। সীতাজী, ৰামজী আৰু হনুমানজী হাবিৰ মাজত এজোপা গছৰ তলত বহি আছিল। সেই গছৰ ডালবিলাক আৰু ঠেঙুলিবিলাকত এডাল লতা মেৰাই আছিল। লতাৰ কোমল-কোমল আগবোৰ বিয়পি আছিল। সেই আগবোৰৰ পৰাও ক'ৰবাত নতুন-নতুন কুঁহিপাত ওলাইছিল আৰু ক'ৰবাত তামবৰণীয়া পাতো ওলাইছিল। ফুল আৰু পাতেৰে লতা ভৰি আছিল তাৰে গছজোপাৰ সুন্দৰ শোভা হৈছিল। গছজোপা অতি মনমোহা হৈছিল। সেই গছৰ শোভা দেখি ভগৱান শ্ৰীৰামচন্দ্ৰই হনুমানজীক ক'লে— 'হনুমান চোৱাচোন! এই লতা কিমান সুন্দৰ! গছজোপাৰ চাৰিওফালে কেনেকৈ বেৰি আছে। এই লতাই নিজৰ সুন্দৰ-সুন্দৰ ফল, সুগন্ধিত সুগন্ধিত ফুল আৰু সেউজ পাতেৰে এই গছজোপা কিমান সুন্দৰ কৰি তুলিছে। ইয়াৰ পৰাই হাবিৰ আন সকলোবোৰ গছতকৈ এই গছ কিমান সুন্দৰ দেখা গৈছে! সিমানেই নহয়, এই গছজোপাৰ কাৰণেই গোটেই অৰণ্যখনৰে শোভা হৈছে! এই লতাৰ বাবেই পশু-পক্ষীয়ে এই বৃক্ষৰ আশ্ৰয় লৈছেহি। এই লতা ধন্য।'

ভগৱান ৰামচন্দ্ৰৰ মুখত লতাৰ প্ৰশংসা শুনি সীতাই হনুমানক ক'লে— 'চোৱা পুত্ৰ হনুমান! তুমি মন কৰিছানে নাই? চোৱা, এই লতাৰ ওপৰলৈ উঠি যোৱা, ফুল-পাতেৰে ঢাকি পেলোৱা, আগবোৰ বিয়পি যোৱা— এই সকলো গছজোপাৰ আশ্ৰিত, গছৰ কাৰণেহে। এই লতাৰ শোভাও গছৰ কাৰণেহে। সেয়ে মূলতে মহিমা দেখোন গছৰহে। আধাৰ দেখোন গছহে। গছজোপাৰ সহায়ৰ অবিহনে লতাই নিজে কি কৰিব পাৰিলেহেতেন? কেনেকৈ বিয়পিলহেতেন? এতিয়া কোৱাচোন হনুমান! তুমিয়ে কোৱা, মহিমা গছজোপাৰে নহ'লনে জানো?

**শ্ৰীৰামচন্দ্ৰই ক'লে**— 'কিয় হনুমান! এই মহিমা দেখোন লতাৰহে নহয়নে ?'

**হনুমানে ক'লে**—'মইতো তৃতীয় এটা কথাহে ভাবিছো।'

**সীতাই সুধিলে**— 'সেইটোনো কি পুত্ৰ ?'

**হনুমানে ক'লে**— 'মা! বৃক্ষ আৰু লতাৰ ছাঁ বৰ সুন্দৰ। সেয়েহে মোৰ এই দুয়োৰে ছাঁতে থাকিবলৈহে ভাল লাগিছে, অৰ্থাৎ মোৰ আপোনালোক দুয়োৰে ছাঁয়া (চৰণৰ আশ্ৰয়)-ত থকাটোহে ভাল লাগিছে।'

**'সেৱক সুত পতি মাতু ভৰোসেঁ।**
**ৰহই অসোচ বনই প্ৰভু পোসেঁ।।**

(শ্ৰীৰামচৰিতমানস - ৪।৩।২)

এইদৰেই ভগৱান আৰু তেওঁৰ দিব্য আ াদিনী শক্তি— দুয়ো এজনে-সিজনৰ শোভাবৰ্দ্ধন কৰে। কিন্তু কোনেও দেখোন এই দুয়োকে শ্ৰেষ্ঠ বুলি কয়, কোনোৱে কেৱল ভগৱানক শ্ৰেষ্ঠ বুলি কয়, কোনোৱে কেৱল তেওঁৰ আ াদিনী শক্তিকহে শ্ৰেষ্ঠ বুলি কয়। শৰণীয়া ভক্তৰ বাবে প্ৰভু আৰু তেওঁৰ আ াদিনী শক্তি— দুয়োৰে আশ্ৰয়হে শ্ৰেষ্ঠ।

এবাৰ এজন প্ৰজ্ঞাচক্ষু (নেত্ৰহীন) সন্তই হাতত লাখুটি লৈ আগবালৈ বুলি যমুনাৰ পাৰে পাৰে গৈ আছিল। নদীত বান আহিছিল। তাৰে এঠাইত যমুনাৰ পাৰ পানীত খহি পৰাত বাবাজী (সাধুজন) পানীত পৰি গৈছিল। হাতৰ লাখুটি খহি পৰিল। দেখা পোৱাতো নাছিলেই, এতিয়া সাঁতোৰে যদি কোন ফালে সাঁতোৰে ? ভগৱানৰ শৰণাগতিৰ কথা মনলৈ অহাত প্ৰয়াসৰহিত হৈ শৰীৰৰ যত্ন এৰি দিয়াত তেওঁৰ এনেহে লাগিল যেন কোনোবাই তেওঁক হাতত ধৰি নদীৰ পাৰলৈ লৈ গৈছে। তাত আন কোনো এডাল লাখুটি হাতত আহি গ'ল আৰু তাৰ সহায়তে তেওঁ যাবলৈ ধৰিলে। তাৎপৰ্য হ'ল

যে যি ভগৱানৰ শৰণ লৈ ভগৱানৰ ওপৰত নিৰ্ভৰ থাকে, তেওঁৰ নিজাববীয়া কৰণীয় একো নেথাকে। ভগৱানৰ ইচ্ছাত যি হয়, তাতে তেওঁ প্ৰসন্ন থাকে।

বহুত ভেড়া-ছাগলী হাবিলৈ চৰিবলৈ গ'ল। তাৰ ভিতৰৰে এটা ছাগলী চৰি ফুৰোঁতে এডাল লতাত পাকখালে। তাৰ সেই লতাৰ পৰা এৰাবলৈ বহুত সময় লাগিল, তেতিয়ালৈ আন ভেৰা-ছাগলীবোৰ নিজৰ ঘৰ গৈ পালেগৈ। আন্ধাৰো হৈ আহিল। সেই ছাগলীটো ঘূৰি ফুৰি এটা সৰোবৰৰ কাষ পালেগৈ। তাত কিনাৰৰ বোকা মাটিত সিংহৰ এটা ভৰিৰ খোজ দেখিলে। সি সেই ভৰিচিনটোত আশ্ৰয় (শৰণ) লৈ তাৰ কাষতে বহি পৰিল। ৰাতি বনৰীয়া শিয়াল, কুকুৰনেচীয়া, বাঘ আদি প্ৰাণী ছাগলীটো খাবলৈ ওচৰলৈ যোৱাত ছাগলীটোৱে ক'লে— 'প্ৰথমে চা চোন মই কাৰ শৰণত আছোঁ; তাৰ পিছত মোক খাবি।' সিহঁতে সেই খোজৰ চিন দেখি ক'লে— 'হেৰ', ই দেখোন সিংহৰ চৰণ চিনত শৰণ লৈছে, ইয়াৰ পৰা সোনকালে পলা! সিংহ আহিলেতো আমাক মাৰি পেলাব।' এইদৰেই সকলো প্ৰাণী ভয়ভীত হৈ গৈছিল। অৱশেষত যাৰ পদ-চিহ্ন আছিল, সেই সিংহ স্বয়ং আহি গ'ল আৰু ছাগলীটোক ক'লে— 'তই হাবিত অকলে কেনেকৈ আছ?' ছাগলীটোৱে ক'লে— এই পদ-চিহ্ন চাই লোৱা পিছত কথা পাতিবা। এইটো যাৰ পদ-চিহ্ন মই তাৰে শৰণীয়া হৈ বহি আছোঁ।' সিংহই দেখিলে— 'অ' এইটো দেখোন মোৰেই পদ-চিহ্ন, এই ছাগলীজনী মোৰহে শৰণ লৈ আছে। সিংহই ছাগলীটোক আশ্বাস দি ক'লে— তই এতিয়া ভয় নকৰিবি, নিৰ্ভয়ে থাক।

ৰাতি যেতিয়া পানী খাবলৈ হাতী আহিল তেতিয়া সিংহই হাতীটোক ক'লে— 'তই এই ছাগলীটো পিঠিত উঠাই ল। ইয়াক হাবিত চৰাই আনিবি আৰু সদায় নিজৰ পিঠিতে তুলি ৰাখ, নহ'লে

তইতো জানই নহয় মই কোন? মাৰি পেলাম।' সিংহৰ কথা শুনি হাতী থৰ্থৰ্কৈ কপিবলৈ ধৰিলে। সি নিজৰ শূৰেৰে তৎক্ষণাত ছাগলীটো পিঠিত তুলি ল'লে। এতিয়া সেই ছাগলী নির্ভয়ে হাতীৰ পিঠিত বহি বহি গছৰ ওপৰৰ কুঁহিপাতবোৰ খাই আনন্দত থাকিবলৈ ল'লে।

**'খোজ পকড় সৈঁঠে ৰহো, ধণী মিলেঁগে আয়।**
**অজয়া গজ মস্তক চঢ়ে, নির্ভয় কোঁপল খায়।।**

এনেদৰে মনুষ্যই যেতিয়া ভগৱানৰ শৰণ লয়, তেওঁৰ পাদপদ্মৰ আশ্রয় লয় তেতিয়া সকলো প্রাণীৰ পৰা, বিঘিনী বাধাৰ পৰা নির্ভয় হৈ যায়। তেওঁক কোনেও ভয়ভীত কৰিব নোৱাৰে, একো ক্ষতিও কৰিব নোৱাৰে।

**জো জাকো শৰণো গহৈ, ৱাকহঁ তাকী লাজ।**
**উলটে জল মছলী চলে, বহ্যো জাত গজৰাজ।।**

ভগৱানৰ সৈতে কাম, ভয়, দ্বেষ, ক্রোধ, স্নেহ আদিৰে যদি সম্বন্ধ গঢ়ি লোৱা হয়, সেয়াও জীৱৰ বাবে কল্যাণ সাধনকাৰী হয়[১]। তাৎপর্য হ'ল যে কাম, ভয়, দ্বেষ আদি যি কোনো প্রকাৰে যদি ভগৱানৰ

---

[১] কামাদ্ দ্বেষাদ্ ভয়াদ্ স্নেহাদ্ য়থা ভক্ত্যেশ্বৰে মনঃ।
আৱেশ্য তদঘং হিত্বা বহৱস্তদ্গতিং গতাঃ।।
গোপ্যঃ কামাদ্ ভয়াৎ কংসো দ্বেষাচ্চৈদ্যাদয়ো নৃপাঃ।।
সম্বন্ধাদ্ বৃষ্ণয়ঃ স্নেহাদ্ য়ূয়ং ভক্ত্যা ৱয়ং ৱিভো।।
(শ্রীমদ্ভাগৱত মহাপুৰাণ ৭।১।২৯-৩০)

"এক নহয়, অনেক মনুষ্য কাম, দ্বেষ, ভয়, আৰু স্নেহেৰে নিজৰ মন ভগৱানত নিৱিষ্ট কৰি তথা সকলো পাপ ধুই তেনেকৈয়ে ভগৱানৰ প্রাপ্তি কৰিছে, যেনেকৈ ভকতে ভক্তিৰে পায়। যেনেকৈ গোপীসকলে কামভাৱেৰে, কংসই ভয়ত, শিশুপাল-দন্তবক্র আদি ৰজাসকলে দ্বেষেৰে, যদুবংশীসকলে পাৰিবাৰিক সম্বন্ধেৰে, তোমালোকে (যুধিষ্ঠিৰ আদিয়ে) স্নেহেৰে আৰু আমি

সৈতে সম্বন্ধ গঢ়ি উঠিল, তেওঁলোকৰ দেখোন উদ্ধাৰেই হ'ল, পিছে যাৰ ভগৱানৰ সৈতে কোনো প্ৰকাৰে সম্বন্ধ হোৱা নাই, উদাসীন হৈহে থাকিল, তেওঁলোক ভগৱৎপ্ৰাপ্তিৰ পৰা বঞ্চিত হৈ থাকিল!

---

(নাৰদাদিয়ে) ভক্তিৰে নিজৰ মনক ভগৱানত নিৱিষ্ট কৰিছোঁ।"

সৎসঙ্গেন হি দৈতেয়া য়াতুধানা মৃগাঃ খগাঃ।
গন্ধৰ্ৱাপ্সৰসো নাগাঃ সিদ্ধাশ্চাৰণগুহ্যকাঃ।।
ৱিদ্যাধৰা মনুষ্যেষু ৱৈশ্যাঃ শূদ্ৰাঃ স্ত্ৰিয়োঽন্ত্যজাঃ।
ৰজস্তমঃপ্ৰকৃতয়স্তস্মিঁস্তস্মিন্ য়ুগেঽন্যঘ।
বহৱো মৎপদং প্ৰাপ্তাস্ত্বাষ্ট্ৰকায়াধৱাদয়ঃ।
বৃষপৰ্ৱা বলিৰ্বাণো ময়শ্চাথ ৱিভীষণঃ।।
সুগ্ৰীৱো হনুমানৃক্ষো গজো গৃধ্ৰো ৱণিক্‌পথঃ।
ৱ্যাধঃ কুব্জা ৱ্ৰজে গোপ্যো য়জ্ঞপত্ন্যস্তথাপৰে।।
তে নাধীতশ্ৰুতিগণা নোপাসিতমহত্তমাঃ।
অৱ্ৰতাতপ্ততপসঃ সৎসঙ্গান্মামুপাগতাঃ।।

(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ১১।১২।৩-৭)

ভগৱানে কৈছে— 'নিষ্পাপ উদ্ধৱ! এইটো এক যুগৰে নহয়, সকলো যুগৰে একে ধৰণৰ কথা। সৎসঙ্গ অৰ্থাৎ মোৰ সম্বন্ধৰ দ্বাৰাহে দৈত্য-ৰাক্ষস, পশু-পক্ষী, গন্ধৰ্ব-অপ্সৰা, নাগ-সিদ্ধ, চাৰণ, গুহ্যক আৰু বিদ্যাধৰক মোৰ প্ৰাপ্তি হৈছে। মানুহৰ ভিতৰত বৈশ্য, শূদ্ৰ, স্ত্ৰী আৰু অন্ত্যজ আদি ৰজোগুণী, তমোগুণী প্ৰকৃতিৰ বহু জীৱই মোৰ পৰমপদ লাভ কৰিছে। বৃত্ৰাসুৰ, প্ৰহ্লাদ, বৃষপৰ্বা, বলি, বাণাসুৰ, ময়দানৱ, বিভীষন, সুগ্ৰীৱ, হনুমান, জাম্বুৱান, গজেন্দ্ৰ, জটায়ু, তুলাধাৰ বৈশ্য, ধৰ্মব্যাধ, কুজী, ব্ৰজৰ গোপীসকল, যজ্ঞপত্নীসকল (বিপ্ৰপত্নী) আৰু আনলোকেও সৎসঙ্গৰ প্ৰভাৱতে মোক পাবলৈ সক্ষম হৈছে।

তেওঁলোকে নাই বেদ অধ্যয়ন কৰিছিল, নাই বিধিপূৰ্বক মহাপুৰুষৰ উপাসনা কৰিছিল। এইদৰে তেওঁলোক কৃষ্ণচান্দ্ৰায়ণ আদি ব্ৰত আৰু কোনো তপস্যাও কৰা নাছিল। মাথোন, সৎসঙ্গ— মোৰ সম্বন্ধৰ প্ৰভাৱতে মোক লাভ কৰিছে।'

ভগৱন্তৰ অনন্য ভক্তৰ বাবে নাৰদে কৈছে—

**নাস্তি তেষু জাতিৱিদ্যাৰূপকুলধনক্ৰিয়াদিভেদঃ।**

(নাৰদভক্তিসূত্ৰ ৭২)

'সেই ভক্তসকলৰ জাতি, বিদ্যা, ৰূপ, কুল, ধন, ক্ৰিয়া আদিৰ ভেদ নাই।'

তাৎপৰ্য এয়ে যে যি সৰ্বথা ভগৱানতে অৰ্পিত হৈ গ'ল অৰ্থাৎ যিসকলে ভগৱানৰ সৈতে আত্মীয়তা, পৰায়ণতা, অনন্যতা আদি বাস্তৱিকতাক স্বীকাৰ কৰি লৈছে তেন্তে স্থুল, সুক্ষ্ম আৰু কাৰণ-শৰীৰকলৈ সাংসাৰিক যিমানবোৰ জাতি, বিদ্যা আদি ভেদ হ'ব পাৰে, সেই সকলো তেওঁলোকৰ ওপৰত ন্যস্ত নহয়[১]। কাৰণ তেওঁলোক অচ্যুত ভগৱানৰহে— **'য়তস্তদীয়াঃ'** (নাৰদভক্তিসূত্ৰ ৭৩), সংসাৰৰ

---

[১] পুংস্ত্বে স্ত্রীত্বে বিশেযো ৱা জাতিনামাশ্রমাদয়ঃ।
ন কাৰণং মদ্ভজনে ভক্তিৰেৱ হি কাৰণম্।।

(অধ্যাত্মৰামায়ণ, অৰণ্যকাণ্ড ১০।২০)

'মোৰ ভজনত পুৰুষ স্ত্ৰীৰ ভেদ অথবা জাতি, নাম আৰু আশ্ৰয় কাৰণ নহয়, বৰঞ্চ মোৰ ভক্তিহে একমাত্ৰ কাৰণ।

'কিং জন্মনা সকলবৰ্ণজনোত্তমেন।
কিং ৱিদ্যয়া সকলশাস্ত্ৰৱিচাৰৱত্যা।
য়স্যাস্তি চেতসি সদা পৰমেশভক্তিঃ।
কোঽন্যস্ততস্ত্ৰিভুৱনে পুৰুযোঽস্তি ধন্যঃ।।

(ব্ৰ০সং০ ভ০ ১৭)

'সকলো বৰ্ণৰ ভিতৰত উত্তম বৰ্ণ (ব্ৰাহ্মণ-কুল)-তো জন্ম হলে কি হ'ব? সকলো শাস্ত্ৰৰে গূঢ় অধ্যয়নে কি হ'ব? অৰ্থাৎ একো নহয়। যাৰ হৃদয়ত ভগৱানৰ ভক্তি বিৰাজমান, এই ত্ৰিলোকত তেওঁৰ সমান জানো দ্বিতীয় কোনা মানুহ ধন্য হ'ব পাৰিব?

নহয়। অচ্যুত ভগৱানৰ হোৱা বাবে তেওঁলোক 'অচ্যুত গোত্ৰৰ'হে বোলা হয়[১]।

## শৰণাগতিৰ ৰহস্য

শৰণাগতিৰ ৰহস্য কি? ইয়াক বাস্তৱতে ভগৱন্তই হে জানে। তথাপি নিজে বুজিপোৱা কথাবোৰ কবলৈ চেষ্টা কৰা হৈছে ; কিয়নো বিভিন্ন লোকে যি কথা কয়, তাত তেওঁলোকে নিজৰ বুদ্ধিৰহে পৰিচয় দিয়ে। পাঠকৰ প্ৰতি প্ৰাৰ্থনা যে ইয়াত ওলোৱা কথাৰ ওভোতা অৰ্থ নুলিয়াব ; কাৰণ, প্ৰায়বিলাক লোকে তাত্ত্বিক, ৰহস্যযুক্ত কথা গভীৰকৈ নুবুজাকৈ তাৰ ওভোতা অৰ্থ তৎক্ষণাত লৈ লয়। সেয়ে এনে কথা কওঁতা আৰু শুনোতাৰ সংখ্যা সাধাৰণতে অতি কম হয়।

ভগৱানে গীতাত শৰণাগতিৰ বিষয়ে দুটা কথা কৈছে— (১) **'মামেকং শৰণং ব্ৰজ'** (১৮।৬৬) 'অনন্যভাৱেৰে কেৱল মোৰ শৰণীয়া হোৱা, (২) **'স সৰ্ব্বৱিজ্জতি মাং সৰ্ব্বভাৱেন ভাৰত'** (১৫।১৯)

---

ব্যাধস্যাচৰণং ধ্ৰুৱস্য চ ৱয়ো ৱিদ্যা গজেন্দ্ৰস্য কা
কা জাতিৰ্ৱিদুৰস্য য়াদৱপতেৰুগ্ৰস্য কিং পৌৰুষম্।।
কুব্জায়াঃ কিমু নাম ৰূপমধিকং কিং তৎসুদাম্নো ধনং
ভক্ত্যা তুষ্যতি কেৱলং ন চ গুণৈৰ্ভক্তিপ্ৰিয়ো মাধৱঃ।।

'ব্যাধৰ কি শ্ৰেষ্ঠ আচৰণ আছিল? ধ্ৰুবৰ নো কিমান বেছি বয়স হৈছিল? গজেন্দ্ৰৰ ওচৰত কি বিদ্যা আছিল? বিদুৰৰ কি উচ্চ জাতি আছিল? যদুপতি উগ্ৰসেনৰ নো কেনে পৰাক্ৰম আছিল? কুজীৰ কি বা সুন্দৰ ৰূপ আছিল? সুদামাৰ কিমান ধন আছিল? তথাপি দেখোন তেওঁলোকক ভগৱানৰ প্ৰাপ্তি হৈছিল। কাৰণ ভগৱানক কেৱল ভক্তিহে প্ৰিয়, তেওঁ কেৱল ভক্তিৰেহে সন্তুষ্ট হয়, আচৰণ, বিদ্যা আদি গুণত নহয়।'

[১] পিতৃগোত্ৰী য়থা কন্যা স্বামিগোত্ৰেণ গোত্ৰিকা।
শ্ৰীৰামভক্তিমাত্ৰেণাচ্যুতগোত্ৰেণ গোত্ৰকঃ।।
(নাৰদপঞ্চৰাত্ৰ)

'সেই সৰ্বজ্ঞ পুৰুষে সৰ্বভাৱেৰে মোকে ভজে,' '**তমেৱ শৰণং গচ্ছ সৰ্ব্বভাৱেন ভাৰত**' (১৮।৬২) 'তুমি সৰ্বভাৱেৰে সেই পৰমাত্মাৰ শৰণীয়া হোৱা'। তেন্তে আমি ভগৱানৰ শৰণীয়া কেনেকৈ হ'ম? কেৱল এক ভগৱানৰ শৰণ লওঁ অৰ্থাৎ ভগৱানৰ গুণ, ঐশ্বৰ্য আদিৰ ফালে দৃষ্টি নিদিও আৰু সৰ্বভাৱে ভগৱানৰ শৰণ লওঁ অৰ্থাৎ লগত নিজৰ কোনো সাংসাৰিক কামনা নেৰাখোঁ।

কেৱল এক ভগৱানৰ শৰণীয়া হোৱাৰ ৰহস্য এইটোৱেই যে ভগৱানৰ অনন্ত গুণ, প্ৰভাৱ, তত্ত্ব, ৰহস্য, মহিমা, লীলা, নাম, ধাম আছে; ভগৱানৰ অনন্ত ঐশ্বৰ্য, মাধুৰ্য, সৌন্দৰ্য আছে— এই বিভূতিসমূহৰ ফালে ভক্তই দৃষ্টিয়েই নিদিয়ে। তেওঁৰ এটাহে মাথোন ভাৱ থাকে যে 'মই ভগৱানৰ আৰু কেৱল ভগৱানহে মোৰ'। যদি তেওঁ গুণ, প্ৰভাৱ আদিলৈ চাই ভগৱানৰ শৰণ লয়, তেন্তে বাস্তৱতে তেওঁ গুণ, প্ৰভাৱ আদিৰহে শৰণ হ'ল, ভগৱানৰ নহয়। পিছে এই কথাৰ ওলোটা অৰ্থ নকৰিব।

ওলোটা অৰ্থ মানে নো কি? ভগৱানৰ গুণ, প্ৰভাৱ, নাম, ধাম, ঐশ্বৰ্য, মাধুৰ্য, সৌন্দৰ্য আদি মানিবই নালাগে, সেইবোৰৰ ফালে যাবই নেলাগে। এতিয়া একো কৰিব লগা নাই, ভজনা কৰিবলৈও নাই, ভগৱানৰ গুণ গান কৰিবলৈও নাই, ভগৱানৰ প্ৰভাৱ, লীলা আদিৰ বিষয়ে শুনিবলৈ নাই, ভগৱানৰ ধামলৈ যাবলৈ নাই— এইবোৰেই হ'ল ওলোটা অৰ্থ কৰা। ইয়াৰ এনে অৰ্থ কৰাটোৱেই মহান অনৰ্থ কৰা।

কেৱল এক ভগৱানত শৰণ লোৱাৰ তাৎপৰ্য হ'ল —কেৱল ভগৱান মোৰ, এতিয়া তেওঁ যদি ঐশ্বৰ্য সম্পন্ন হয় বৰ ভাল কথা আৰু যদি ঐশ্বৰ্য নাই তেতিয়াও বৰ ভাল কথা। তেওঁ যদি বৰ দয়ালু

ভাল কথা আৰু বৰ নিষ্ঠুৰ কঠোৰ যে তেওঁৰ সমান পৃথিৱীত কোনো কঠোৰ আৰু নিষ্ঠুৰ নাই তেতিয়াও বৰ ভাল কথা। তেওঁৰ যদি বৰ মহান প্ৰভাৱ আছে বৰ ভাল কথা, আৰু কোনো প্ৰভাৱ নাই তেতিয়াও বৰ ভাল কথা। শৰণীয়াজনৰ এই কথালৈ কোনো ভ্ৰূক্ষেপ নাই। তেওঁৰ মাথোন এটাহে ভাব থাকে যে ভগৱান যেনেকুৱাই নহওক, তেওঁ মোৰ হে[১]। ভগৱানৰ এইবোৰ কথাৰ প্ৰতি মন নিদিলে ভগৱানৰ ঐশ্বৰ্য, মাধুৰ্য, গুণ, প্ৰভাৱ আদি নেথাকিব, এনে কথা নহয়। কিন্তু আমি এইবোৰলৈ ভ্ৰূক্ষেপ নকৰো, তেতিয়াহে আমাৰ প্ৰকৃত শৰণ হ'ব।

য'ত গুণ, প্ৰভাৱ আদিক লৈ ভগৱানত শৰণ হয়, তাত কেৱল ভগৱানৰ শৰণ নহয়, বৰং গুণ, প্ৰভাৱ আদিৰো শৰণ হয়; যেনেকৈ— যদি কোনো টকা থকা মানুহক আদৰ কৰা হয়, তেন্তে সেই আদৰ বাস্তৱতে সেই ব্যক্তিজনৰ নহয়, টকাৰহে। কোনো মন্ত্ৰীক যিমানেই কি আদৰ কৰা নহওক, সেই আদৰ তেওঁৰ নহয়, মন্ত্ৰীত্ব (পদ) টোৰহে

---

[১]অসুন্দৰঃ সুন্দৰশেখৰো ৱা গুণৈৰ্ৱিহীনো গুণিনাং ৱৰো ৱা।
দ্বেষী ময়ি স্যাৎ কৰুণাম্বুধিৰ্ৱা শ্যামঃ স এৱাদ্য গতিৰ্মমায়ম্।।

'মোৰ প্ৰিয়তম শ্ৰীকৃষ্ণ অসুন্দৰ হওক বা সুন্দৰ-শিৰোমণি হওক, গুণহীন হওক বা গুণীসকলৰ ভিতৰত শ্ৰেষ্ঠ হওক, মোৰ প্ৰতি দ্বেষ ৰাখক বা কৰুণাসিন্ধু ৰূপেৰে কৃপা কৰক; তেওঁ লাগে যেনেকুৱাই হওক মোৰ তো তেওঁহে একমাত্ৰ গতি।'

আশ্লিষ্য ৱা পাদৰতাং নিনষ্টু মামদৰ্শনান্মৰ্মহতাং কৰোতু ৱা।
য়থা তথা ৱা ৱিদ্ধাতু লম্পটো মৎপ্ৰাণনাথস্তু স এৱ নাপৰঃ।।

'তেওঁ লাগে মোক হৃদয়েৰে সাৱটি লওক বা চৰণত ধৰি থাকোতে মোক ভৰিৰ তলতগছকি দিয়ক অথবা দৰ্শন নিদিয়াকৈ মৰ্মাহিত কৰক। তেওঁ পৰম স্বতন্ত্ৰ শ্ৰীকৃষ্ণই যি ভাল দেখে তাকে কৰক, তেওঁতো মোৰ হে প্ৰাণনাথ অন্য নহয়।

হয়। কোনো বলী ব্যক্তিক আদৰ কৰিলে সেয়া তেওঁৰ বলৰহে আদৰ, ব্যক্তিগতভাৱে তেওঁৰ নহয়। কিন্তু যদি কোনোৱে কেৱল ব্যক্তিক (ধনী আদিৰ)— আদৰ কৰে তেন্তে তাৰে ধনীৰ ধন বা মন্ত্ৰীৰ মন্ত্ৰীত্ব গুচি যাব— এনে নহয়। সেইটো থাকিবই। এনেদৰেই কেৱল ভগৱানৰ আশ্ৰয় ল'লে ভগৱানৰ গুণ, প্ৰভাৱ আদি নোহোৱা হ'ব— তেনে নহয়। কিন্তু আমাৰ দৃষ্টি কেৱল ভগৱানৰ প্ৰতিহে থকা উচিত, তেওঁৰ গুণ আদিৰ প্ৰতি নহয়।

সপ্তৰ্ষিসকলে যেতিয়া পাৰ্বতীৰ সমুখত শিৱৰ অনেক অৱগুণ আৰু বিষ্ণুৰ অনেক সদ্‌গুণৰ বৰ্ণনা কৰি তেওঁক শিৱৰ ত্যাগ কৰিবলৈ কৈছিল, তেতিয়া পাৰ্বতীয়ে তেওঁলোকক এই উত্তৰ দিছিল—

**মহাদেৱ অৱগুন ভৱন বিষ্ণু সকল গুন ধাম।**
**জেহি কৰ মনু ৰম জাহি সন তেহি তেহী সন কাম।।**

(শ্ৰীৰামচৰিতমানস, বালকাণ্ড ১।৮০)

এনেকুৱা কথাকে গোপীসকলেও উদ্ধৱক কৈছিল—

**ঊধৌ! মন মানে কী বাত।**
**দাখ ছোহাৰা ছাড়ি অমৃতফল বিষকীৰা বিষ খাত।।**
**জৌঁ চকোৰ কো দৈ কপূৰ কোউ, তজি অঁগাৰ অঘাত।**
**মধুপ কৰত ঘৰ কোৰে কাঠ মেঁ, বঁধত কমল কে পাত।।**
**জ্যোঁ পতঁগ হিত জান আপনো, দীপক সোঁ লপটাত।**
**'সূৰদাস' জাকো মন জাসোঁ, তাকো সোই সুহাত।।**

ভগৱানৰ প্ৰভাৱ আদিৰ ফালে চাওঁতাই, সেইবিলাকৰ সৈতে প্ৰেম কৰোঁতাই মুক্তি, ঐশ্বৰ্য্য আদিতো পাব, কিন্তু ভগৱানক নাপাব। ভগৱানৰ প্ৰভাৱৰ ফালে মন নকৰা ভগৱৎপ্ৰেমী ভক্তই হে ভগৱানক পাব পাৰে। ইমানেই নহয়, সেই প্ৰেমী ভক্তই ভগৱানক বান্ধিব পাৰিব, তেওঁক বিক্ৰীও কৰিব পাৰিব। ভগৱানে যেতিয়া দেখে যে

তেওঁ মোৰ সৈতে প্ৰেম কৰিছে, মোৰ প্ৰভাৱৰ প্ৰতি লক্ষ্য কৰা নাই, তেতিয়া ভগৱানৰ মনত তেওঁৰ প্ৰতি বৰ আদৰ হয়।

প্ৰভাৱৰ ফালে লক্ষ্য কৰাৰ দ্বাৰা এইটো প্ৰমাণিত কৰে যে আমাৰ কিবা পোৱাৰ কামনা আছে। আমাৰ মনত সেই কামনাযুক্ত পদাৰ্থৰ আদৰ আছে। যেতিয়ালৈকে আমাৰ কামনা আছে, তেতিয়ালৈকে আমি প্ৰভাৱলৈ লক্ষ্য কৰোঁ। আমাৰ মনত যদি কোনো কামনা নেথাকে তেতিয়া ভগৱানৰ প্ৰভাৱ, ঐশ্বৰ্যৰ ফালে আমাৰ দৃষ্টি নেযাব। কেৱল ভগৱানলৈহে দৃষ্টি গ'লেই আমি ভগৱানৰ শৰণ হৈ যাম, ভগৱানৰ আপোন হৈ যাম।

চিন্তা কৰোঁচোন, পুতনা ৰাক্ষসীয়ে বিহসনা স্তন মুখত দিয়ে। তাকো ভগৱানে মাতৃৰ গতি দিলে[১]—**'জসুমতী কী গতি পাঈ'** অৰ্থাৎ যি মুক্তি যশোদাআয়ে পালে, সেই মুক্তি পুতনাই পালে। যি মুখত বিহ দিছিল তেওঁক চোন ভগৱানে মুক্তি দিলে। এতিয়া যি প্ৰতিদিনে গাখীৰ খুৱায় সেই মাকক ভগৱানে কি দিব? তেন্তে অনন্ত জীৱক মুক্তি দিওঁতা ভগৱানে মাকৰ অধীন হৈ গ'ল, তেওঁক তেওঁ নিজকে দি দিলে। মাকৰ ইমান বশীভূত হৈ গ'ল যে মাকে এচাৰি দেখুৱাত তেওঁ ভয়ত কান্দিবলৈ ধৰে। কাৰণ, মাকৰ ভগৱানৰ প্ৰভাৱ, ঐশ্বৰ্য আদিৰ ফালে দৃষ্টিয়েই নাই। এনেদৰে যি ভগৱানৰ ওচৰত মুক্তি বিচাৰে, তেওঁলোকক ভগৱানে মুক্তি দি দিয়ে, কিন্তু যিজনে

---

[১]অহো বকী য়ং স্তনকালকূটং জিঘাংসয়াপায়য়দপ্যসাধ্বী।
লেভে গতিং ধাত্ৰ্যচিতাং ততোঽন্যং কং ৱা দয়ালুং শৰণং ব্ৰজেম।।
(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ৩।২।২৩)

"আহ! এই পাপী পুতনাই যাক মাৰিপেলাবলৈ নিজৰ স্তনত লগাই লোৱা কালকুট বিহ খোৱায়ো সেই গতি পালে, যি ধাত্ৰীয়েহে পোৱা উচিত, তেওঁৰ বাহিৰে আৰু কোন এনে দয়ালু আছে, যাৰ শৰণ লওঁ।"

একোকে নিবিচাৰে, তেওঁক ভগৱানে নিজকে দি দিয়ে।

সৰ্বভাৱেৰে ভগৱানৰ শৰণ লোৱাৰ ৰহস্য এয়ে যে আমাৰ শৰীৰটো ভাল, ইন্দ্ৰিয়বোৰ বশত আছে, মন শুদ্ধ আৰু নিৰ্মল, বুদ্ধিৰেও আমি ভালকৈ জানোঁ, আমি লেখা-পঢ়া কৰা মানুহ, আমি যশস্বী, আমাৰ সংসাৰত সন্মান আছে— এইদৰে 'মইও কিবা এটা', এনে ভাবি ভগৱানৰ শৰণ লোৱাই শৰণাগতি নহয়। ভগৱানৰ শৰণ লোৱাৰ পিছত শৰণীয়াৰ এনে বিচাৰ কৰাও উচিত নহয় যে শৰীৰ এনে হ'ব লাগিব; আমাৰ বুদ্ধি এনে হ'ব লাগিব; আমাৰ মন এনে হ'ব লাগিব; এনদেৰে আমাৰ ধ্যান হ'ব লাগিব; এনেকুৱা ভাৱনা হ'ব লাগিব; আমাৰ জীৱনলৈ এনে এনে লক্ষণ আহিব লাগিব; আমাৰ এনে আচৰণ হ ’ব লাগিব; আমাৰ এনে প্ৰেম হ ’ব লাগিব যে কথা-কীৰ্তন শুনিলেই চকুলো বয়, কণ্ঠ গদ্-গদ্ হৈ যায়; কিন্তু আমাৰ জীৱনত যদি এনকুৱা হোৱাই নাই, তেন্তে আমি ভগৱানৰ নো শৰণ কেনেকৈ হ'লো ? আদি আদি। এইবোৰ কথা অনন্য শৰণাগতিৰ কষটি নহয়। যি অনন্যভাৱে শৰণীয়া হয়, তেওঁ এইটোও মন নকৰে যে শৰীৰত ৰোগ হৈছে নে সুস্থ আছে? মন চঞ্চল নে স্থিৰ ? বুদ্ধিত জ্ঞান আছে নে অজ্ঞানতা আছে? নিজৰ মুৰ্খতা আছে নে পাণ্ডিত্য আছে? যোগ্যতা আছে নে অযোগ্যতা ? ইত্যাদি। এইবোৰৰ প্ৰতি তেওঁ সপোনতো লক্ষ্য নকৰে; কিয়নো তেওঁৰ দৃষ্টিত এই সকলো পেলনীয়া জাবৰহে, যাক তেওঁ নিজৰ লগত লৈ নাযায়। যদি সেই বস্তুবোৰৰ ফালে চায়, তেন্তে অভিমানহে বাঢ়িব যে মই ভগৱানৰ শৰণীয়া ভক্ত অথবা নিৰাশ হ'ব লাগিব যে মই ভগৱানৰ শৰণ হ'লো, কিন্তু ভক্তৰ গুণ— **(অদ্বেষ্টা সৰ্বভূতানাং মৈত্ৰঃ কৰুণ এৱ চ। নিৰ্মমো নিৰহঙ্কাৰঃ সমদুঃখসুখঃ ক্ষমী।।** ইত্যাদি, গীতা ১২।১৩-১৯) মোলৈ অহাই নাই চোন। তাৎপৰ্য এয়ে যে যদি নিজত ভক্তৰ গুণ দেখা

পায় তেন্তে তেওঁৰ অভিমান হৈ যাব আৰু যদি নেদেখে তেন্তে নিৰাশ হৈ যাব। সেই বাবে এইটোৱেই ভাল যে ভগৱানৰ শৰণ লোৱাৰ পাছত এই গুণবিলাকৰ প্ৰতি ভূলতো মন নকৰে। ইয়াৰ এইটো বিপৰীত অৰ্থ নকৰিব যে আমি লাগে শত্ৰুতা-বিৰোধিতা কৰোঁ বা দ্বেষ কৰোঁ, লাগে মমতা কৰোঁ বা যিহকে কৰোঁ! এই অৰ্থ একেবাৰে নহয়। তাৎপৰ্য হ'ল যে গুণবোৰৰ প্ৰতি মন দিবই নেলাগে। ভগৱানৰ শৰণীয়া ভক্তৰ এই সকলো গুণ নিজে-নিজেই আহিব, কিন্তু এইবোৰ অহাত বা নহাত তেওঁৰ কোনো প্ৰয়োজন ৰাখিব নালাগিব। নিজতে এনে কষটি মাৰিব নেলাগিব যে নিজৰ ভিতৰত এই গুণ বা লক্ষণ আছে বা নাই ।

প্ৰকৃত শৰণীয়া ভক্তই ভগৱানৰ গুণৰ ফালে কেতিয়াও নেচায় আৰু নিজৰ গুণৰ ফালেও নেচায়। তেওঁ ভগৱানৰ শ্ৰেষ্ঠ-শ্ৰেষ্ঠ প্ৰেমীৰ ফালেও দৃষ্টি নকৰে যে শ্ৰেষ্ঠ প্ৰেমী এনে-এনে হয়, তত্ত্বজ্ঞাতা জীৱনমুক্ত এনে এনে হয়!

প্ৰায় লোকে এনেকুৱা কষটি লগায় (পৰীক্ষা কৰে) যে তেওঁ ভগৱানৰ ভজন কৰেই তেন্তে বেমাৰ কেনেকৈ হৈ গ'ল? ভগৱানৰ ভক্ত হ'লেই তেন্তে তেওঁৰ জ্বৰ কিয় হ'ল? তেওঁৰ জীৱনত দুখ কিয় হ'ল? তেওঁৰ ল'ৰাটো কিয় মৰিল? তেওঁৰ ধন কিয় নোহোৱা হ'ল? সংসাৰত তেওঁৰ অপযশ কিয় হ'ল? তেওঁৰ নিৰাদৰ কিয় হৈছে? আদি আদি। এনেকুৱা কষটি কৰিবলৈ যোৱাটো একেবাৰে অনৰ্থক কথা, অতি নিম্ন স্তৰৰ কথা। এনেলোকক কি বুজাব! তেওঁলোক সৎসঙ্গৰ কাষলৈকে অহা নাই, সেইকাৰণে তেওঁলোকে এই বিষয়ে সুংসুত্ৰই নেজানে যে ভক্তি কাক কয়? শৰণাগতি নো কি? তেওঁলোকে এই কথা বুজিবই নোৱাৰে, কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে ভগৱানৰ ভক্ত দৰিদ্ৰহে হয়, তেওঁৰ সংসাৰত অপমানহে হয়, তেওঁৰ নিন্দাহে

হয়। শৰণীয়া ভক্তৰ নিন্দা-প্ৰশংসা, ৰোগ-আৰোগ্য আদিত কোনো প্ৰয়োজন নেথাকে। এইবোৰৰ ফালে তেওঁ চকুৱেই নিদিয়ে। তেওঁ এইটোহে দেখে যে মই আছো আৰু ভগৱান আছে,ইমানেই। এতিয়া সংসাৰত কি আছে কি নাই? ত্ৰিলোকত কি আছে কি নাই? প্ৰভু এনেকুৱাহে, তেওঁ উৎপত্তি, স্থিতি আৰু প্ৰলয় কৰোঁতা— এইবোৰ কথালৈ তেওঁৰ দৃষ্টি নেযায়েই।

কোনোৱে এজন সন্তক সুধিলে— 'আপুনি কোন ভগৱানৰ ভক্ত? যি উৎপত্তি, স্থিতি আৰু প্ৰলয় কৰে, সেইজনৰ ভক্ত নেকি?' তেতিয়া সেই সন্তজনে উত্তৰ দিলে— 'মোৰ ভগৱানৰ উৎপত্তি, স্থিতি আৰু প্ৰলয়ৰ সৈতে কোনো সম্বন্ধই নাই। এইবোৰ মোৰ প্ৰভুৰ এক ঐশ্বৰ্যহে। এয়া কোনো বিশেষ কথা নহয়।' শৰণীয়া ভক্ত এনেহে হ'ব লাগে। ঐশ্বৰ্য আদিৰ প্ৰতি তেওঁৰ দৃষ্টি থাকিবই নেলাগে।

ঋষিকেশত গঙ্গাৰ পাৰত টিলাৰ ওপৰত গধুলি সৎসঙ্গ হৈ আছিল। উষ্ণতা বাঢ়ি আছিল, ইফালৰ পৰা গঙ্গাৰ চেচা বতাহৰ লহৰ আহি আছিল, তাকে দেখি এজন সজ্জনে ক'লে— 'কিমান শীতল বতাহ বলিছে।' কাষতে বহি থকা আনজনে সজ্জনক ক'লে— 'বতাহৰ ফালে চাবলৈ আপোনাৰ সময় হ'ল ক'ৰ পৰা? এয়া চেচা বতাহ বলিছে, এয়া উষ্ণ বতাহ বলিছে— সেইফালে তোমাৰ মনৰ বৃত্তি গ'ল কেনেকৈ?' ভগৱানৰ ভজনত ব্যস্ত আছা যেতিয়া বতাহ শীতল আহক বা উষ্ণ, সুখেই আহক বা দুখেই আহক— সেইফালে যেতিয়ালৈকে বৃত্তি থাকে, ভগৱানৰ ফালে বৃত্তি কেনেকৈ থাকিব? এই বিষয়ে মই এটা কাহিনী শুনিছিলো—ই নিম্ন স্তৰৰ কিন্তু তাৰ ফলশ্ৰুতি বৰ ভাল।

এগৰাকী কুলটা তিৰোতা আছিল। তেওঁৰ কোনো পুৰুষৰ পৰা সংকেত পাইছিল যে এই সময়ত অমুক স্থানলৈ তুমি আহিবা। তেতিয়া

তাই সময়ৰ মতে নিজৰ প্ৰেমীকৰ ওচৰলৈ গৈ আছিল। বাটতে এটি মছজিদ আছিল। মছজিদৰ বেৰ চাপৰ আছিল। বেৰৰ কাষতে তাৰ মৌলবীয়ে হাঁউলি নমাজ পঢ়ি আছিল। অজ্ঞাততে সেই কুলটা তিৰোতাই তেওঁৰ ওপৰত ভৰি থৈ পাৰ হৈ গ'ল। মৌলবীৰ বৰ খং উঠিল যে কেনেকুৱা এই তিৰোতাজনী। এইজনীয়ে মোৰ ওপৰত জোতাৰে সৈতে ভৰিৰে মোক অশুচী কৰি দিলে। তেওঁ তাতে বহি চাই থাকিল যে কেতিয়া আহিব। যেতিয়া সেই কুলটা উভতি আহিল তেতিয়া মৌলবীয়ে তাইক ধমকি দি ক'লে 'কেনেকুৱা মুৰ্খ তুমি! মই পৰবৰদিগাৰৰ বন্দেগীত বহি আছিলো, নমাজ পঢ়ি আছিলো আৰু তুমি মোৰ ওপৰত ভৰি থৈ পাৰ হৈ গ'লা। তেতিয়া তাই ক'লে—

**মৈ নৰ-ৰাচী না লখী, তুম কস লখ্যো সুজান।**
**পঢ়ি কুৰান বৌৰা ভয়া, ৰাচ্যো নহিঁ ৰহমান।।**

এজন পুৰুষৰ ধ্যানত থকা বাবে মোৰ এইটো মন কৰিবলৈ ন'হল যে সন্মুখত দেৱালেই আছে নে মানুহেই আছে, কিন্তু তুমিতো ভগৱানৰ ধ্যানতে আছিলা, মোকনো কেনেকৈ চিনি পালা যে সেইজনী ময়েই? তুমি কেৱল কোৰান পঢ়ি-পঢ়ি বলিয়া হৈ গৈছা। যদি তুমি ভগৱানৰ ধ্যানতে নিৱিষ্ট থাকিলাহেতেন, তেন্তে মোক কেনেকৈ চিনিলাহেতেন? কোন আহিছে, কেনেকৈ আহিছে, মানুহহেই নে পশু-পক্ষীয়েই, কি আছিল, কি নাছিল, কোন ওপৰেদি গৈছে, কোন তলেদি গৈছে, কোন ভৰি থৈছে — সেইবোৰলৈ তোমাৰ বৃত্তি নো আহিলে কেনেকৈ? তাৎপৰ্য হ'ল যে এক ভগৱানক এৰি আন কোনোফালে মন যায়েই কেনেকৈ? আন বিষয়ৰ জ্ঞান কেনেকৈ হ'ব? যেতিয়ালৈকে আন বিষয়ৰ প্ৰতি জ্ঞান থাকে তেতিয়ালৈকে শৰণ নো ক'ত হ'ল?

কৌৰৱ-পাণ্ডৱ যেতিয়া যুৱক আছিল, তেতিয়া তেওঁলোকে অস্ত্র-শস্ত্র শিকি আছিল। শিকি যেতিয়া প্রস্তুত হৈ গৈছিল, তেতিয়া তেওঁলোকৰ পৰীক্ষা লোৱা হৈছিল। এজোপা গছত এটা সাজিলোৱা চৰাই বহুৱাই থোৱা হৈছিল আৰু সকলোকে কোৱা হৈছিল যে সেই চৰাইটোৰ ডিঙিত কাঁড় লগাই দেখুওৱা। এজন এজনকৈ সকলো আহিব ধৰিলে। গুৰুৱে প্রথমে সকলোকে বেলেগ-বেলেগকৈ সুধিলে যে কোৱাচোন তাত তুমি কি দেখিছা? তেতিয়া কোনোৱে ক'লে যে মই গছহে দেখিছোঁ; কোনোৱে ক'লে গছৰ ডাল দেখিছোঁ; কোনোবাই ক'লে চৰাইটো দেখিছোঁ, ঠোঁতো দেখিছোঁ, ডেউকা দেখিছোঁ। এনেকৈ কোৱাসকলক তাৰ পৰা আঁতৰাই দিয়া হ'ল। যেতিয়া অৰ্জুনৰ পাল পৰিল, তেতিয়া তেওঁক সোধা হ'ল, তুমি কি দেখিছা, তেতিয়া অৰ্জুনে ক'লে যে মই কেৱল ডিঙিয়েই দেখিছোঁ, আন একো দেখা নাই। তেতিয়া অৰ্জুনক বাণ মাৰিবলৈ কোৱা হ'ল। অৰ্জুনে নিজৰ বাণেৰে চৰাইটোৰ ডিঙি বিন্ধিলে, কিয়নো তেওঁৰ লক্ষ্যত দৃষ্টি সঠিক আছিল। যদি চৰাইটো দেখিলেহেতেন, গছ দেখিলেহেতেন, ঠাল-ঠেঙুলি আদি দেখিলেহেতেন, তেন্তে লক্ষ্যনো ক'ত স্থিৰ হ'ল? এতিয়াও দৃষ্টি বিয়পি আছে। লক্ষ্য হ'লেতো তাকেই দেখিব, যি লক্ষ্য হ'ব। লক্ষ্যৰ বাহিৰে দ্বিতীয় একো নেদেখিব। এইদৰেই যেতিয়ালৈকে মানুহৰ লক্ষ্য এটা নহয়, তেতিয়ালৈকে তেওঁ অনন্য কেনেকৈ হ'ল। অব্যভিচাৰী 'অনন্যযোগ' হ'ব লাগিব— '**ময়ি চানন্যয়োগেন ভক্তিৰব্যভিচাৰিণী**' (গীতা ১৩।১০)। 'অন্যযোগ' হ'ব নেলাগে অৰ্থাৎ শৰীৰ, মন, বুদ্ধি, অহংবোধ আদিৰ সহায় থাকিব নেলাগে। তাত কেৱল এক ভগৱানহে হ'ব লাগে।

গোস্বামী তুলসীদাসজী মহাৰাজক কোনোবাই ক'লে— 'তুমি যি ৰামললাৰ ভক্তি কৰিছা, তেওঁ তো বাৰ কলাৰহে অৱতাৰ, কিন্তু

সুৰদাসজীয়ে যি ভগৱান কৃষ্ণৰ ভক্তি কৰে, তেওঁ ষোল কলাৰ অৱতাৰ! এই কথা শুনি গোস্বামীজী মহাৰাজে তেওঁৰ ভৰিত পৰি ক'লে— 'আ-হা! আপুনি বৰ মহান কৃপা কৰিলেহি! মই তো ৰামক দশৰথজীৰ মৰমৰ কুমাৰ বুলিহে ভক্তি কৰি আছিলোঁ। এতিয়াহে জানিলো যে তেওঁ বাৰ কলাৰ অৱতাৰ! কিমান মহান তেওঁ? আপুনি আজি নতুন কথা কৈ বৰ উপকাৰ কৰিলে।'এতিয়া কৃষ্ণ যে ষোল কলাৰ অৱতাৰ— এই কথা তেওঁ শুনাই নাই, সেইফালে তেওঁৰ ধ্যানেই নগ'ল।

ভগৱানৰ প্ৰতি ভক্তৰ বেলেগ বেলেগ ভাৱ থাকে। কোনোৱে কয় যে দশৰথৰ কোলাত খেলোতা যি ৰামললা, তেৱেঁই মোৰ ইষ্ট— **'ইষ্ট দেৱ মম বালক ৰামা** (ৰামচৰিতমানস ৭।৭৫।৩); ৰাজাধিৰাজ শ্ৰীৰামচন্দ্ৰ নহয়, নিচেই সৰু ৰামললা। কোনো ভক্তই কয় মোৰ ইষ্ট তো লাৰুৱা-গোপালহে, নন্দলালহে। এনে ভক্তই নিজৰ শিশুৰাম, নন্দলালক সন্তৰ দ্বাৰা আশিৰ্বাদ দিয়ায়, সেয়া ভগৱানৰ বৰ প্ৰিয়। তাৎপৰ্য হ'ল যে ভক্তৰ দৃষ্টি ভগৱানৰ ঐশ্বৰ্য্যৰ ফালে নেযায়েই।

**য়া ব্ৰজৰজ কী পৰস সে, মুকতি মিলত হৈ চাৰ।**
**ৱা ৰজকো নিত গোপিকা, ডাৰত ডগৰ বুহাৰ।।**

চোতালৰ যি ধূলিকণাত কানাই খেলি থাকে, সেই ধূলি কোনোবাই ল'লে তেওঁ চাৰি প্ৰকাৰৰ মুক্তি লাভ কৰে। কিন্তু যশোদা আয়ে সেই ধূলিকেই মোহাৰি সামৰি বাহিৰলৈ পেলাই দিয়ে। আইৰ বাবে সেয়া খেৰ-কূটাহে। এতিয়া মুক্তি কাক লাগে? আইৰ দেখোন কানাইলৈহে মন। নাই কানাইৰ ঐশ্বৰ্যৰ ফালে, নাই যোগ্যতাৰ ফালে মন।

সন্তসকলে কৈছে যে যদি ভগৱানক লগ পাব লাগে, তেন্তে লগত লগৰীয়া থাকিব নেলাগিব আৰু কোনো সম্বলো থাকিব নেলাগিব অৰ্থাৎ সঙ্গী আৰু সম্বল নোহোৱাকৈ তেওঁক লগ কৰা।

যদি সঙ্গী, সহায়ক লগত থাকে, তেতিয়া তুমি ভগৱানক কি লগ পালা? আৰু মন, বুদ্ধি, বিদ্যা, ধন আদি সম্বল যদি লগত বন্ধা থাকিব, তেন্তে তাৰ আৰকাপোৰ (ব্যৱধান) থাকিব। আৰকাপোৰ (পৰ্দা) থাকিলে মিলন ক'ত হ'ব? তাত দেখোন কাপোৰৰো ব্যৱধান থাকে। কাপোৰেই নহয়, মালাও যদি আঁৰলৈ আহে কি মিলন হ'ল? সেইবাবে লগত কোনো সঙ্গী আৰু সম্বল যদি নেথাকে তেতিয়া ভগৱানৰ সৈতে যি মিলন হ'ব সেয়া বহুত বিশেষত্বপূৰ্ণ আৰু দিব্য হ'ব।

এজন মহাপুৰুষে পথাৰত কামকৰা এজন ব্ৰজবাসী গোৱাল লগ পালে। তেওঁ ভগৱানৰ ভক্ত আছিল। মহাপুৰুষজনে তেওঁক সুধিলে— 'তুমি কি কৰা?' তেওঁ ক'লে— 'মই আমাৰ মইনা কানাইৰ কাম কৰোঁ।' মহাপুৰুষ জনে ক'লে— 'মই ভগৱন্তৰ অনন্য ভক্ত। তুমি কি?' তেওঁ ক'লে— 'মই ফনন্য ভক্ত।' মহাপুৰুষজনে সুধিলে— 'ফনন্য ভক্ত কি হে?' তেতিয়া তেওঁ মহাপুৰুষজনক সুধিলে— 'অনন্য ভক্ত নো কি?' মহাপুৰুষজনে ক'লে— 'অনন্য ভক্ত সেইজনেই যি সুৰ্য, শক্তি, গনেশ, ব্ৰহ্মা আদি কাকো নেমানে, কেৱল আমাৰ কানাইক হে মানে।' তেওঁ ক'লে— 'বাবাজী মই তো এইলোকৰ নামো নেজানো যে তেওঁলোক কি, কি নহয়; মই এওঁলোকক নেজানো; গতিকে মই ফনন্য হ'লো নে নাই? এইদৰে ব্ৰহ্ম কি হয়? আত্মা কি হয়? সগুণ আৰু নিৰ্গুণ কি হয়? সাকাৰ আৰু নিৰাকাৰ কি হয়? ইত্যাদি কথালৈ শৰণাগত ভক্তৰ মন থাকিবই নোলগে।

ব্ৰজৰ এটি কথা। এজন সন্তই কুঁৱাৰ কাষত কাৰোবাৰ লগত কথা পাতি আছিল যে ব্ৰহ্ম আছে, পৰমাত্মা আছে, জীৱাত্মা আছে আদি আদি। তালৈ এগৰাকী গোপী পানী নিবলৈ আহিছিল। তেওঁ

কাণ দিলে যে বাবাজীয়েনো কি কথা পাতিছে। যেতিয়া সেই গোপীয়ে আন এজনী গোপীক লগ পালে তেতিয়া তেওঁক সুধিলে—'হে'ৰা সখী! এই ব্ৰহ্ম কি হে?' তেওঁ ক'লে— 'আমাৰে মইনাৰেই ওচৰ-চুবুৰীয়া, মিতিৰ-কুটুম কিবা হ'ব পাৰে। আমি নেজানো নহয়, সখী। এওঁলোকে তেওঁলোকতে নিমগ্ন হৈ থাকে যে? সেই বাবেই সকলো কথা জানে। আমাৰ দেখোন একমাত্ৰ নন্দলালহে। কিবা কাম থাকিলে নন্দবাবাক কৈ দিম, গিৰিৰাজক কৈ দিম যে মহাৰাজ! আপুনি দয়া কৰক। কানাই দেখোন সহজ সৰল, সি কি বুজিব আৰু কি কৰিব? কানাইৰ পৰা কি পাম। হে'ৰা সখী! এই কানাই আমাৰ, আৰু কি পাব লাগে?' আমিও অকলশৰীয়া আৰু এই কানাইও অকলশৰীয়া। আমাৰো একো সম্বল নাই আৰু তেওঁৰ ওচৰতো সম্বল নাই, একেবাৰে নাঙঠ-পিঙঠ— **'নগন মূৰতি বাল-গোপালকী, কতৰনী বৰনী জগ জালকী'**। গতিকে এই কানাইৰ পৰা কি পাবা?

যশোদাআয়ে দাঊজীক (বলভদ্ৰক) ক'লে— 'চোৱা বলভদ্ৰ! এই কানাই বৰ হোজা, তুমি ইয়াৰ প্ৰতি চকু ৰাখিবা, যাতে ই হাবিত দূৰলৈ নাযায়।' বলভদ্ৰই ক'লে— 'আই! এই কানাই বৰ চঞ্চল। হাবিত মোৰ লগত ঘূৰি ফুৰুতে ক'ৰবাত সাঁপৰ গাঁত দেখিলে তাত হাত ভৰাই দিয়ে, যদি কোনো সাঁপে খোটে তেতিয়া?' আয়ে ক'লে— 'বাচা! এতিয়া সি সৰু হৈ আছে, অবোধ বালক, তই ডাঙৰ, সেই বাবে তই ইয়াক ভালকৈ চকু দিবি'। এতিয়া বলভদ্ৰ আৰু সকলো গোৱালৰ লৰাই কানাইৰ প্ৰতি চকু ৰাখে। গোৱালৰ লৰা আৰু যশোদা আইক কোনোবাই যদি কয় যে কানায়ে গোটেই সংসাৰৰ পালন কৰে, তেতিয়া হলে তেওঁলোকে এইটোকে কব যে তোমাৰ এনেকুৱা ভগৱান হ'ব যি পৃথিৱীৰ পালন কৰে। আমাৰ তো এনে নহয়। আমাৰ কণমানি কানাইয়ে সংসাৰৰ কি পালন কৰিব?

এজন বাবাজীৰ গোপীসকলৰ লগত কথা হৈছিল। সেই বাবাজীয়ে কথা প্ৰসঙ্গতে ক'বলৈ ধৰিলে যে কৃষ্ণ ইমান ঐশ্বৰ্যশালী, তেওঁৰ ইমান মাধুৰ্য, তেওঁৰ ওচৰত ঐশ্বৰ্যৰ ইমান ভাণ্ডাৰ আছে, আদি; তেতিয়া গোপীসকলে কবলৈ ধৰিলে—'বাবাজী সেই ভঁৰালৰ চাবি দেখোন আমাৰ হাততে আছে। কানাইৰ ওচৰত কি আছে? তেওঁৰ ওচৰত তো একোৱেই নাই। কোনোবাই যদি তেওঁৰ পৰা কিবা বিচাৰে তেতিয়া সি ক'ৰ পৰা দিব?' সেই বাবে কাৰোবাক কিবা লাগিলে কানাইৰ ওচৰলৈ যাব নেলাগে। কানাইৰ কাষলৈ, তেওঁৰ **শৰণ**লৈ সেই জনহে যায় যাক কেতিয়াও একো নেলাগে। কোনো অৱস্থাতে একোকে নেলাগে। অৰ্থাৎ বিপত্তি, মৃত্যু আদি অৱস্থাতো 'মোক অলপ সহায় কৰা, ৰক্ষা কৰা', এনেকুৱা ভাৱো নাই।

ভগৱান শ্ৰীৰামক বাল্মীকিজীয়ে কৈছে—

**জাহি ন চাহিঅ কবহুঁ কছু তুম্হ সন সহজ সনেহু।**
**বসহু নিৰন্তৰ তাসু মন, সো ৰাউৰ নিজ গেহু।।**

(শ্ৰীৰামচৰিতমানস ২।১৩১)

একোকে নিবিচৰাৰ ভাৱ থাকিলে ভগৱান স্বাভাৱিকতে প্ৰিয় হয়, মিঠা লাগে— **'তুম্হ সন সহজ সনেহু'** — য'ত কামনা নাথাকে, সেয়া ভগৱানৰ আচল ঘৰ **'সো ৰাউৰ নিজ গেহু'**। যদি কামনাও থাকে আৰু ভগৱানকো লগতে ৰাখে তেতিয়া সেইটো ভগৱানৰ আচল ঘৰ নহয়। ভগৱানৰ সৈতে 'সহজ' স্নেহ থাকে, স্নেহত যাতে কোনো ভেজাল নাথাকে অৰ্থাৎ কোনো প্ৰকাৰৰ বাঞ্ছা নেথাকে। য'ত কিবা বাঞ্ছা থাকে, তাত প্ৰেম কেনেকৈ হ'ব? সেয়া আসক্তি, কামনা, বাসনা, মোহ, মমতাহে। সেইবাবে গোপীসকলে সাৱধান কৰি কৈছে—

**মা য়াত পান্থাঃ পথি ভীমৰথ্যা দিগম্বৰঃ কোঽপি তমালনীলঃ।**
**ৱিন্যস্তহস্তোঽপি নিতম্বৱিম্বে ধৃতঃ সমাকর্ষতি চিত্তৱিত্তম্।।**

'হে পথিকসকল! সেই বাটেৰে নেযাবা, সেয়া বৰ ভয়াবহ! তাত নিজৰ নিতম্ববিম্বৰ ওপৰত দুয়ো হাত ৰাখি যি তমাল সদৃশ নীল ৰঙৰ এটা নাঙঠ-পিঙঠ ল'ৰা থিয় দি আছে, সি কেৱল দেখাতহে অবধুত যেন লাগিছে। বাস্তৱতে সি নিজৰ কাষেদি ওলাই যোৱা, যি কোনো পথিকৰ চিত্তৰূপী ধন লুটি নিনিয়াকৈ নেথাকে।'

সেই যে ক'লা-ম'লা নাঙঠ-পিঙঠ ল'ৰাটো থিয় দি আছে নহয়? সি তোমাক লুটি পেলাব, উদং হৈ যাবা। সি এনেকুৱা চোৰ যে সকলো শেষ কৰি দিব। সেইফালে নেযাবাই, প্ৰথমতেই সাৱধান হ'বা। যদি গ'লা, তেন্তে চিৰ দিনৰ কাৰণে গ'লা! সেই বাবে কোনোৱে ভালদৰে জীয়াই থাকিব খোজে যদি সেইফালে নেযাবা। তাৰ নাম কৃষ্ণ নহয়, জানো? আকৰ্ষণকৰ্তাকি হে কৃষ্ণ বোলে। এবাৰ যদি আকৰ্ষিত কৰে তেন্তে এৰি নিদিয়ে। তাৰ সৈতে চিনাকি নোহোৱা লৈকে হে ভাল। যদি তাৰ লগত চিনাকি হৈ যায় তেতিয়া আৰু সকলো শেষ। পিছত কোনো কামৰে লায়ক নাথাকিবা, ত্ৰৈলোক্যত অকৰ্মণ্য হৈ পৰিবা।

**'নাৰায়ন' বৌৰী ভঈ ডোলৈ, ৰহী ন কাহূ কাম কী।।**
**জাহি লগন লগী ঘনস্যাম কী।**

অৰ্থাৎ যি কোনো কামৰে নহয়, সি সকলোৰে বাবে সকলো কামৰে হয়। কিন্তু তেওঁৰ কোনো কামৰ সৈতে কোনো প্ৰয়োজন নাথাকে।

শৰণীয়া ভকতে ভজনো কৰিব নেলাগে। তেওঁৰ দ্বাৰা স্বতঃস্ফুৰ্তভাৱে স্বাভাৱিকতে ভজন হৈ যায়। ভগৱন্তৰ নাম তেওঁৰ বাবে স্বাভাৱিকতে বৰ মিঠা, প্ৰিয় হৈ যায়। যদি কোনোবাই সোধে

তুমি উশাহ কিয় লৈছা? এই বতাহ বাহিৰ ভিতৰ কৰাৰ কি ধান্ধা আৰম্ভ কৰিছা? তেতিয়া সেইজনে কব যে ভাইৰ ! এইটো ধান্ধা নহয়, ইয়াৰ অবিহনে মই জীয়াই থাকিবই নোৱাৰিম। এনেদৰে শৰণীয়া ভকতে ভজন নকৰাকৈ থাকিবই নোৱাৰে। যাক সকলো অৰ্পণ কৰি দিছে, তেওঁৰ বিস্মৰণত পৰম ব্যাকুলতা, মহা ছটফটনি উঠে— **'তদ্বিস্মৰণে পৰমব্যাকুলতেতি'** (নাৰদভক্তিসূত্ৰ ১৯)। এনে ভক্তক যদি কোনোৱে কয় কি আধা ক্ষণৰ বাবে ভগৱানক পাহৰি যোৱা, ত্ৰৈলোক্যৰ ৰাজ্য পাবা, তথাপিও তেওঁ তাকো তুচ্ছ বুলি অস্বীকাৰ কৰি দিব। ভাগৱত মহাপুৰাণত আছে—

**ত্ৰিভুৱনৱিভৱহেতৱেঽপ্যকুণ্ঠস্মৃতিৰজিতাত্মসুৰাদিভিৰ্বিমৃগ্যাৎ ।**
**ন চলতি ভগৱৎপদাৰৱিন্দাল্লৱনিমিষাৰ্ধমপি য়ঃ স ৱৈষ্ণৱাগ্ৰ্যঃ।।**

(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ১১।২।৫৩)

'ত্ৰিলোকৰ সমস্ত ঐশ্বৰ্যৰ বাবেও সেই দেৱদুৰ্লভ ভগৱদ্চৰণকমলক যি আধা নিমেষৰ বাবেও ত্যাগ কৰিব নোৱাৰে, সেইজনহে শ্ৰেষ্ঠ ভগৱৎভক্ত।'

**ন পাৰমেষ্ঠ্যং ন মহেন্দ্ৰধিষ্ণ্যং ন সাৰ্ৱভৌমং ন ৰসাধিপত্যম্।**
**ন য়োগসিদ্ধীৰপুনৰ্ভৱং ৱা ময্যৰ্পিতাত্মেচ্ছতি মদ্বিনান্যৎ।।**

(শ্ৰীমদ্ভাগৱত মহাপুৰাণ ১১।১৪।১৪)

'ভগৱানে কৈছে যে নিজকে মোত অৰ্পিত কৰোঁতা ভক্তই মোক এৰি ব্ৰহ্মপদ, ইন্দ্ৰপদ, গোটেই পৃথিৱীৰ ৰাজ্য, পাতাল আদি লোকৰ ৰাজ্য, যোগৰ সমস্ত, সিদ্ধি আৰু মোক্ষও নিবিচাৰে।

ভৰতে কৈছে—

**অৰথ ন ধৰম ন কাম ৰুচি গতি ন চহওঁ নিৰবান।**
**জনম জনম ৰতি ৰাম পদ য়হ বৰদানু ন আন।।**

(শ্ৰীৰামচৰিতমানস ২।২০৪)

## প্ৰেম সম্বন্ধীয় বিশেষ কথা—

চিত্তেৰে সকলো কৰ্ম ভগৱানক অৰ্পিত কৰিলে সংসাৰৰ পৰা নিত্য বিয়োগ হৈ যায়[১] আৰু ভগৱানৰ পৰায়ণ হ'লে ভগৱানৰ সৈতে নিত্য-যোগ হৈ যায়। এই নিত্যযোগ (প্ৰেম)-ত যোগ, নিত্যযোগত বিয়োগ, বিয়োগত নিত্য-যোগ আৰু বিয়োগত বিয়োগ— এই চাৰি অৱস্থাই চিত্তৰ বৃত্তিৰ বাবেহে হয়। এই চাৰি অৱস্থাক এনেকৈ বুজিব লাগে—

যেনেকৈ শ্ৰীৰাধা আৰু শ্ৰীকৃষ্ণৰ পৰস্পৰ মিলন হয়, তেতিয়া সেইটো 'নিত্যযোগত যোগ' হয়। মিলন হ'লেও শ্ৰীজী (ৰাধা)-ৰ মনলৈ এনেকুৱা ভাব আহে যে প্ৰিয়তম ক'ৰবালৈ গ'ল আৰু তেওঁ একেবাৰে কৈয়ে দিয়ে যে 'প্ৰিয় ! তুমি ক'লৈ গ'লা ?' তেতিয়া এইটো 'নিত্যযোগত বিয়োগ'। শ্যামসুন্দৰ সন্মুখত নাই, কিন্তু মনত তেওঁৰহে গাঢ় চিন্তন হৈ আছে আৰু মনেৰে তেওঁৰ সৈতে প্ৰত্যক্ষ ভাৱে মিলন

---

[১]'বাস্তৱতে সংসাৰৰ সৈতে কেতিয়াও সংযোগ হ'ব নোৱাৰে। তাৰ সৈতে নিত্য বিয়োগহে থাকে। যেনেকৈ, মনত কোনো বস্তুৰ চিন্তন হয়, তেতিয়া সেইটো সেই বস্তুৰ সৈতে মানি লোৱা সংযোগ। যাৰ দ্বাৰা সেই বস্তুৰ নোপোৱাৰ দুখ হয়। যেতিয়া সেই বস্তু (বাহ্যিক ৰূপে) প্ৰাপ্ত হয়, তেতিয়া সেই বস্তুৰ সৈতে অন্তৰেৰে বিয়োগ হৈ যায়, যা'ৰ পৰা সুখ হয়। এনেকৈয়ে কিবা কাৰণত বাহ্যিকৰূপে বস্তু আঁতিৰি যায়, নষ্ট হৈ যায়, তেতিয়া মনৰ সৈতে সেই বস্তুৰ সংযোগ হোৱাত দুখ আৰু বিবেক বিচাৰৰ দ্বাৰা 'এই বস্তু দেখোন মোৰ নাছিলেই, মোৰ হবই নোৱাৰে', এনেদৰে বস্তুক মনৰ পৰা উলিয়াই দিলে সুখ হয়। তাৎপৰ্য এয়ে যে আন্তৰিকৰূপে সংযোগ বুলি ধৰাটোৱেই বাহ্যিকৰূপে বিয়োগ আৰু বাহ্যিকৰূপে সংযোগ বুলি ধৰাটো আন্তৰিকৰূপে বিয়োগ। গতিকে বাস্তৱতে সংসাৰৰ লগত নিত্য বিয়োগেই থাকে। মনুষ্যই কেৱল ভূলতেহে সংসাৰৰ সৈতে সংযোগ বুলি ধৰি লয়।

হোৱা দেখিছে, তেতিয়া এইটো 'বিয়োগত নিত্যযোগ'। শ্যামসুন্দৰ অলপ সময়ৰ বাবে ওচৰলৈ অহা নাই, কিন্তু মনত এনেকুৱা ভাব হয় যেন বহু সময় অতিবাহিত হৈ গ'ল, শ্যামসুন্দৰক লগ পোৱা নাই, কি কৰোঁ? ক'লৈ যাওঁ? শ্যামসুন্দৰক কেনেকৈ লগ পাম? তেতিয়া এয়া 'বিয়োগতে বিয়োগ'।

বাস্তৱতে এই চাৰিও অৱস্থাত ভগৱানৰ সৈতে নিত্যযোগ যথাযথভাৱে হৈ থাকে, বিয়োগ কেতিয়াও নহয়েই, হ'বও নোৱাৰে আৰু হোৱাৰ সম্ভাৱনাও নাই। এই নিত্যযোগকে 'প্ৰেম' বোলে; কিয়নো প্ৰেমত প্ৰেমী আৰু প্ৰেমাস্পদ দুয়োটাই অভিন্ন হৈ থাকে। তাত ভিন্নতা কেতিয়াও হ'বই নোৱাৰে। প্ৰেমৰ আদান-প্ৰদান কৰিবৰ বাবেহে ভক্ত আৰু ভগৱানৰ মাজত সংযোগ-বিয়োগৰ লীলা চলিয়েই থাকে।

এই প্ৰেম প্ৰতিক্ষণে কেনেকৈ বাঢ়ি থাকে? যেতিয়া প্ৰেমী আৰু পেমাস্পদৰ পৰস্পৰে মিলন হয়, তেতিয়া 'প্ৰিয়তম আগতে গুচি গৈছিল, তেওঁৰ সৈতে বিয়োগ হৈছিল, এতিয়া তেওঁ যাতে কেনিও গুচি নেযায়গৈ।'[১] এই ভাবৰ কাৰণত প্ৰেমাস্পদৰ মিলনত তৃপ্তি নহয়, সন্তুষ্ট নহয়। এওঁ গুচি যাব— সেই কথাকে লৈ মন বেচি আকৰ্ষিত হ'য়। সেইবাবেই এই প্ৰেম প্ৰতিক্ষণে বৰ্দ্ধমান বুলি কোৱা হৈছে।

**'প্ৰেম'** (ভক্তি)-ত চাৰি প্ৰকাৰৰ ৰস অথবা ৰতি থাকে— দাস্য, সখ্য, বাৎসল্য আৰু মাধুৰ্য। এই ৰস বিলাকত দাস্যতকৈ সখ্য, সখ্যতকৈ বাৎসল্য আৰু বাৎসল্যতকৈ মাধুৰ্য-ৰস শ্ৰেষ্ঠ; কিয়নো ইয়াত ক্ৰমশঃ

---

[১]যোগ আৰু বিয়োগত প্ৰেম-ৰসৰ বৃদ্ধি হয়। যদি সদায় যোগ হৈ থাকে, বিয়োগ নহয়, তেন্তে প্ৰেম-ৰস বৃদ্ধি নহয়, বৰং অখণ্ড আৰু এক ৰসহে থাকিব। সেই বাবেই প্ৰেম-ৰসক বঢ়াবৰ বাবে ভগৱান অন্তৰ্ধানো হৈ যায়।

ভগৱানৰ ঐশ্বৰ্যৰ বিস্মৃতি বেছি হৈ গৈ থাকে। কিন্তু যেতিয়া এই চাৰিওটাৰ ভিতৰত কোনো এটা ৰসো যদি পূৰ্ণতা প্ৰাপ্ত কৰে, তেতিয়া তাত আনবিলাক ৰসৰ ন্যূনতা নেথাকে অৰ্থাৎ তাত সকলো ৰসেই আহি যায়। যেনেকৈ দাস্যৰসে পূৰ্ণতা প্ৰাপ্তি কৰে তেতিয়া তাত সখ্য, বাৎসল্য আৰু মাধুৰ্য— তিনিও ৰস আহি যায়। এই কথা অন্যৰসৰ বিষয়তো বুজিব লাগে। কাৰণ এইটোৱেই যে ভগৱান পূৰ্ণ, তেওঁৰ প্ৰেমো পূৰ্ণ আৰু পৰমাত্মাৰ অংশ হোৱা বাবে জীৱ নিজেই পূৰ্ণ। অপূৰ্ণতা কেৱল সংসাৰৰ লগত সম্বন্ধ হলেহে হয়। সেইবাবে ভগৱানৰ সৈতে কোনো ৰীতিৰে যদি ৰতি হৈ যায় তেন্তে সেইটো পূৰ্ণতা হৈ যাব, তাত কোনো প্ৰকাৰৰ ন্যূনতা নেথাকিব।

**'দাস্য'** ৰতিত ভক্তৰ ভগৱানৰ প্ৰতি এইটো ভাব থাকে যে ভগৱান মোৰ গৰাকী (স্বামী) আৰু মই তেওঁৰ সেৱক। মোৰ ওপৰত তেওঁৰ পুৰ্ণ অধিকাৰ আছে। তেওঁ যিহকে বিচাৰে তাকে কৰক, লাগিলে যি পৰিস্থিতিতে ৰাখক, আৰু মোৰ পৰা লাগে যি কামেই লওক। মোৰ প্ৰতি অত্যধিক আত্মীয়তা থকাৰ বাবেহে তেওঁ মোৰ সন্মতি নোলোৱাকৈয়ে মোৰ বাবে সকলো বিধান কৰে।

**'সখ্য'** (সখীত্ব) ৰতিত ভক্তৰ ভগৱানৰ প্ৰতি এইটো ভাব থাকে যে, ভগৱান মোৰ সখা আৰু ময়ো তেওঁৰ সখা। তেওঁ মোৰ প্ৰিয় আৰু ময়ো তেওঁৰ প্ৰিয়। মোৰ ওপৰত তেওঁৰ সম্পূৰ্ণ অধিকাৰ আছে আৰু মোৰো তেওঁৰ ওপৰত সম্পূৰ্ণ অধিকাৰ আছে। সেইবাবেই মই তেওঁৰ কথা মানো, গতিকে মোৰ কথাও তেওঁ মানিব লাগিব।

**'বাৎসল্য'** ৰতিত ভক্তৰ নিজৰ স্বাভিমান থাকে যে মই ভগৱানৰ মা বা মই তেওঁৰ পিতা অথবা মই তেওঁৰ গুৰু আৰু তেওঁতো মোৰ ল'ৰা অথবা শিষ্য; সেইবাবে তেওঁৰ পালন-পোষণ কৰিব লাগিব।

তেওঁৰ চোৱা-চিতাও কৰিব লাগে যাতে তেওঁ নিজৰ লোকচান নকৰে! যেনেকৈ— নন্দবাবা আৰু যশোদাআয়ে কানাইৰ চোৱা-চিতা কৰে আৰু কানাই যদি বনলৈ যায় তেতিয়া তেওঁক চাবলৈ বলভদ্ৰক লগত পঠায়।

**'মাধুৰ্য্য'**[1] ৰতিত ভক্তৰ ভগৱানৰ ঐশ্বৰ্যৰ বিশেষ স্মৃতি থাকে, সেইবাবে এই ৰতিত ভক্তই ভগৱানৰ সৈতে নিজৰ অভিন্নতা (ঘনিষ্ঠ আপোনত্ব) মানে। অভিন্নতা মানিলে 'তেওঁৰ বাবে সুখদায়ক সামগ্ৰী গোটাব লাগিব, তেওঁক সুখ-আৰাম দিব লাগিব, তেওঁক কোনো প্ৰকাৰৰ যেন কষ্ট নহয়'— এনে ভাব থাকে।

প্ৰেম-ৰস অলৌকিক, চিন্ময়। ইয়াৰ আস্বাদন কৰোঁতা কেৱল ভগৱানহে হয়। প্ৰেমত প্ৰেমী আৰু প্ৰেমাস্পদ— দুয়ো চিন্ময় তত্ত্ব।

---

[1]মানুহে প্ৰায়েই মাধুৰ্য ভাৱত স্ত্ৰী-পুৰুষৰ ভাবহে বুজে; কিন্তু এই ভাৱ স্ত্ৰী-পুৰুষৰ সম্বন্ধতেহে হয়— এনে নিয়ম নাই। মাধুৰ্য নাম মধুৰতা অৰ্থাৎ মিঠা সোৱাদৰ, আৰু সেই মাধুৰ্য ভগৱানৰ সৈতে অভিন্ন হ'লেহে পোৱা যায়। সেই অভিন্নতা যিমানেই অধিক হ'ব মধুৰতাও সিমানেই অধিক হ'ব। সেইবাবে দাস্য, সখ্য আৰু বাৎসল্য ভাৱৰ ভিতৰত যি কোনো ভাৱতে পূৰ্ণতা প্ৰাপ্ত হ'লে তাত মধুৰতা কম নেথাকিব। গতিকে ভক্তিৰ সকলো ভাৱতে মাধুৰ্য-ভাৱ থাকে।

অভেদ আৰু অভিন্নতাৰ মাজত ভেদ আছে। য'ত কেৱল এক তত্ত্বহে থাকি যায়, দ্বৈত-ভাৱ সৰ্বথা সমাপ্ত হৈ যায়, তাৰে নাম 'অভেদ' আৰু দুটা হোৱা সত্বেও এক হৈ থকাৰ নাম 'অভিন্নতা'; যেনেকৈ— দুজন মিত্ৰৰ আন্তৰিকভাৱে ঘনিষ্ঠতা থাকিলে অভিন্নতা থাকে। অভিন্নতা যিমান গাঢ় হয় সিমানেই মাধুৰ্য-ৰস প্ৰকট হয়। ইয়াকে প্ৰেম-ৰস বোলে। ভগৱানো এই প্ৰেম-ৰসৰ লোভী। এই প্ৰেম-ৰসৰ আস্বাদন কৰিবৰ বাবেই ভগৱান একৰ পৰা অনেক ৰূপৰ হৈ যায়— **"একাকী ন ৰমতে"** (বৃহদাৰণ্যক উপনিষদ্ ১।৪।৩), **'সদৈক্ষত বহু স্যাং প্ৰজায়েয়েতি"** (ছান্দোগ্য উপনিষদ্ ৬।২।৩)।

কেতিয়াবা প্ৰেমী প্ৰেমাস্পদ হৈ যায় আৰু কেতিয়াবা প্ৰেমাস্পদ প্ৰেমী হৈ যায়। সেইবাবে এক চিন্ময় তত্ত্বই প্ৰেমৰ আস্বাদন কৰিবৰ বাবে দুই ৰূপৰ হৈ পৰে।

প্ৰেমৰ তত্ত্ব নুবুজাৰ কাৰণে, কিছুমান লোকে সংসাৰিক কামকে প্ৰেম বুলি কয়। তেওঁলোকৰ তেনে কোৱাটো একেবাৰে ভূল কথা; কিয়নো কামতো চৌৰাশী লাখ যোনীৰ সকলো জীৱৰে থাকে আৰু সেই জীৱবিলাকৰ ভিতৰৰে যি ভূত-প্ৰেত, পিশাচ হয়, তেওঁলোকৰ কাম (সুখ-ভোগৰ ইচ্ছা) অত্যধিক হয়। কিন্তু প্ৰেমৰ অধিকাৰী জীৱনমুক্ত মহাপুৰুষহে হয়।

কামত একমাত্ৰ লোৱাহে-লোৱাৰ ভাৱনা থাকে আৰু প্ৰেমত একমাত্ৰ দিয়াহে দিয়াৰ ভাৱনা থাকে। কামত নিজৰ ইন্দ্ৰিয় তৃপ্ত কৰাৰ— তাৰ পৰা সুখ ভোগৰ কৰাৰ ভাৱ থাকে আৰু প্ৰেমত নিজৰ প্ৰেমাস্পদক সুখ দিয়া তথা সেৱা-পৰায়ণ থকাৰ ভাব থাকে। কাম কেৱল শৰীৰক লৈহে হয় আৰু প্ৰেম স্থুলদৃষ্টিৰে শৰীৰত দেখিলেও বাস্তৱতে চিন্ময়-তত্ত্বৰেহে হয়। কামত মোহ (মূঢ়ভাৱ) থাকে আৰু প্ৰেমত মোহৰ গন্ধও নেথাকে। কামত সংসাৰ তথা সংসাৰৰ দুখ ভৰি থাকে আৰু প্ৰেমত মুক্তি তথা মুক্তিতকৈও বিশেষত্বপূৰ্ণ আনন্দ থাকে। কামত জড়তা (শৰীৰ, ইন্দ্ৰিয় আদি)-ৰ প্ৰাধান্য থাকে আৰু প্ৰেমত চিন্ময়তা (চেতন-স্বৰূপ)-ৰ প্ৰাধান্য থাকে। কামত ৰাগ (আসক্তি) থাকে আৰু প্ৰেমত ত্যাগ থাকে। কামত পৰাধীনতা থাকে আৰু প্ৰেমত পৰাধীনতাৰ লেশ মাত্ৰও নাথাকে অৰ্থাৎ স্বতন্ত্ৰতা থাকে। কামত 'এওঁ মোৰ কামত আহক' এনেকুৱা ভাব থাকে আৰু প্ৰেমত 'মই তেওঁৰ কামত আহোঁ' এনে ভাব থাকে। কামত কামীজন ভোগ্য বস্তুৰ গোলাম হৈ যায় আৰু প্ৰেমত স্বয়ং

ভগৱান প্রেমীৰ গোলাম হৈ যায়। কামৰ ৰস নিৰসতালৈ পৰিণত হয় আৰু প্রেমৰ ৰস আনন্দ ৰূপে প্রতিক্ষণে বাঢ়ি গৈ হে থাকে। কাম খিন্নতাৰে ওপজে আৰু প্রেম প্রেমাস্পদৰ প্রসন্নতাত প্রকাশিত হয়। কামত নিজৰ প্রসন্নতাৰহে উদ্দেশ্য থাকে আৰু প্রেমত প্রেমাস্পদৰ প্রসন্নতাৰ হে উদ্দেশ্য থাকে। কাম-পথে নৰকৰ ফালে লৈ যায় আৰু প্রেম-পথে ভগৱানৰ ফালে লৈ যায়। কামত দুই হৈ দুই হৈয়ে থাকে অর্থাৎ দ্বৈধীভাব (ভিন্নতা বা ভেদ) কেতিয়াও নুগুছে আৰু প্রেমত এক হৈ দুই হয় অর্থাৎ অভিন্নতা কেতিয়াও নুগুছে।[1]

[1]দ্বৈতং মোহায় বোধাৎপ্রাগ্‌জাতে বোধে মনীষয়া।
ভক্ত্যর্থং কল্পিতং দ্বৈতমদ্বৈতাদপি সুন্দৰম্।।
পাৰমার্থিকমদ্বৈতং দ্বৈতং ভজনহেতৱে।
তাদৃশী য়দি ভক্তিঃ স্যাৎসা তু মুক্তিশতাধিকা।।

'বোধৰ পূর্বৰ মোহ দ্বৈতৰ কাৰণে হয়। কিন্তু বোধ হ'লে ভক্তিৰ কাৰণে বুদ্ধিৰ দ্বাৰা কল্পিত দ্বৈত-অদ্বৈততকৈ অধিক সুন্দৰ হয়।'

'বাস্তৱিক তত্ত্ব তো অদ্বৈতহে, কিন্তু ভজনাৰ বাবে দ্বৈত। এনে ভক্তি যদি আছে তেন্তে সেই ভক্তি মুক্তিতকৈ শতগুণে শ্রেষ্ঠ।'

।। শ্ৰীহৰিঃ ।।

# গীতা প্ৰেস, গোৰক্ষপুৰৰ দ্বাৰা অসমীয়া ভাষাত প্ৰকাশিত পুথিসমূহৰ সূচী–

| ক্ৰমাঙ্ক | কোড | পুথি |
|---|---|---|
| ১ | 714 | শ্ৰীমদ্ভগৱদ্গীতা |
| ২ | 2041 | গীতা প্ৰবোধনী |
| ৩ | 1564 | মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ |
| ৪ | 1222 | শ্ৰীশ্ৰীমদ্ভাগৱতমাহাত্ম্য |
| ৫ | 1487 | গৃহাশ্ৰমত থাকিব লাগে কেনেকৈ |
| ৬ | 624 | গীতা-মাধুৰ্য |
| ৭ | 2008 | মানৱ মাত্ৰৰ কল্যাণৰ বাবে |
| ৮ | 1963 | সুন্দৰকাণ্ড |
| ৯ | 1715 | আদৰ্শ আইজো সুশীলা |
| ১০ | 1323 | শ্ৰীহনুমানচালীসা |
| ১১ | 1515 | শিৱচালীসা |
| ১২ | 703 | গীতা পাঠৰ লাভ |
| ১৩ | 1924 | সৎ সঙ্গৰ কিছু সাৰ কথা |
| ১৪ | 1984 | ভজ গোবিন্দম্ |
| ১৫ | | শৰণাগতি |